# হৰিহৰ আতা

শ্ৰীৰাম আতা,—"বৰ বিচক্ষণ লোক, বৰ সদাচাৰী।"

*　　*　　*

শ্ৰীমাধৱদেৱ,—"তুমি মোৰ হৃদয়ৰ বস্তু।"

*　　*　　*

শ্ৰীমাধৱদেৱ,—"আপুনি নিৰ্ম্মিলা শাস্ত্ৰ, তাকো পঢ়া হুয়া ছাত্ৰ। নাগাই হুশুনিয়েই হৃদয়তে দহো পাই আছা তুমি?"

*　　*　　*

গঞা ৰাইজ,—"মনুষ্য নহয়, সাক্ষাত ঈশ্বৰ, ছদ্মকৈ নৰৰ ভাও দেখাই আছিল। তেও আমি নেজানিলোঁ, নভজিলোঁ! দুৰ্ভগীয়া পাপী আমি!"

# হৰিহৰ আতা




সংকলন কৰোঁতা

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

লয়াৰ্ছ বুক ষ্টল,

পানবজাৰ, গুৱাহাটী, অসম।

১৯৬০

**HARIHAR ATA.** A short sketch of Harihar Ata, a great Vaisnava saint of Assam, and a devoted follower of Mahapurush Madhabdeva, compiled by Dr. Suryya Kumar Bhuyan, M.A., B.L. (Cal.), Ph.D. (Lond.), D. Lit. (Lond.).

*Published by—*
Shri Bichitra Narayan Dutta-Barua, B.L.,
Proprietor, Lawyer's Book Stall,
Panbazar, Gauhati, Assam.

প্ৰকাশক—শ্ৰীবিচিত্ৰ নাৰায়ণ দত্ত-বৰুৱা, বি-এল,
লয়াৰ্ছ বুক ষ্টল। পানবজাৰ, গুৱাহাটী।

প্ৰথম তাঙ্গৰণ, অক্টোবৰ ১৯৬০ চন।
*First edition, October* 1960.

ৰেচ খনে এটকা।

*Printed by—*
Shri Phanibhusan Roy,
Prabartak Printing & Halftone Private Ltd.,
52/3, Bepin Behari Ganguly Street,
Calcutta-12.

# সূচীপত্ৰ

# নিবেদন

মহাপুৰুষ মাধৱদেৱৰ প্ৰধান সেৱক মহাভক্তিমন্ত পুৰুষ হৰিহৰ আতাৰ কাহিনী আৰু চৰিত্ৰ বিশিষ্টতাপূৰ্ণ। বৈষ্ণৱ ভক্তসমাজত তেওঁৰ চৰিত্ৰ জনাজাত, আৰু চৰিত্ৰ চৰ্চ্চা প্ৰসঙ্গতো তেওঁৰ বিষয়ে আলোচনা কৰা হয়। সৰ্ব্বসাধাৰণ ৰাইজে কিন্তু তেওঁৰ বিষয়ে ইমান নেজানে। এনে এজন পৰম ভক্তৰ কাহিনী এই সৰু পুস্তকখনিত থূলমূলকৈ জনসাধাৰণৰ আগত দাঙ্গি ধৰা হ'ল, যাতে হৰিহৰ আতাৰ বিষয়ে আৰু জানিবলৈ ৰাইজৰ ধাউতি হয়, আৰু যাতে ভবিষ্যতে কোনো উদ্যোগী চৰিত্ৰকাৰে আতাৰ বিষয়ে এখনি পূৰঠ গ্ৰন্থ প্ৰণয়ণ কৰিবলৈ পুৰুষাৰ্থ কৰে।

বৰ্ত্তমান চৰিত্ৰখনৰ সংকলনৰ সম্বল হৈছে, স্বৰ্গীয় বাণীকান্ত কাকতি সংগৃহীত, স্বৰ্গীয় হৰিণাৰায়ণ দত্ত-বৰুৱা প্ৰকাশিত, আৰু শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত "কথা-গুৰুচৰিত" গ্ৰন্থখানি। বৈষ্ণৱ গুৰুসকলৰ ধৰ্ম্মপ্ৰচাৰৰ বৃত্তান্তৰ উপৰিও ইয়াত অনেক মূল্যবান কথা-সম্পদ আছে। এই গ্ৰন্থত, খৃষ্টীয় ষোড়শ শতিকাৰ অসমীয়া সমাজৰ গঢ়-গতি, কথা-বাৰ্ত্তাৰ ভাব-ভঙ্গী, ধৰ্ম্ম-নীতিৰ আদৰ্শ, মূল বৈষ্ণৱ গ্ৰন্থ-সমূহৰ ৰচনাৰ আঁতিগুৰি, দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থা ইত্যাদিৰ বিষয়ে সুস্পষ্ট আভাস পোৱা যায়। তাৰ বাহিৰেও, ইয়াত অনেক শিক্ষাপ্ৰদ সত্য ঘটনা, পৌৰাণিক কাহিনী আৰু সাধু-কথা সন্নিবিষ্ট আছে। মুঠতে কবলৈ গলে, অসমীয়াৰ কৃষ্টি আৰু সভ্যতাৰ সন্ধান পাবলৈ হলে শঙ্কৰী যুগৰ মণি-মুকুতাৰে পৰিপূৰ্ণ এই মহামূল্যবান "কথা-গুৰুচৰিত" গ্ৰন্থৰ সবিশেষ অধ্যয়ন নিতান্ত অপৰিহাৰ্য্য।

এই গ্ৰন্থৰ অজ্ঞাত লিখকজন এগৰাকী সুনিপুণ কথাশিল্পী আছিল। ঘটনাৱলীৰ পাৰম্পৰ্য্য তেওঁ পাৰ্য্যমানে ৰক্ষা কৰিছে, আৰু ঘটনাৰ লগত ভাষাৰ সুন্দৰ সামঞ্জস্য ঘটাইছে। সেই ভাষা লৰচৰ কৰিলে সেই যুগৰ প্ৰকৃত প্ৰতিচ্ছবিখন ম্লান হৈ পৰাৰ আশঙ্কা। বৰ্ত্তমানৰ এই সৰু পুস্তকখনিত যিমানদূৰ পৰা যায় কথা-গুৰুচৰিতৰ ভাষা-ভঙ্গীকে ৰক্ষা কৰা হৈছে। বৰ্ত্তমান যুগৰ পাঠকে কথাখিনি যাতে অপ্ৰয়াসে অনুসৰণ কৰিব পাৰে তাৰ নিমিত্তে বৰ্ণনা নিমজ কৰি খোকোজা ভাঙ্গি ঠায়ে-ঠায়ে নতুন বাক্য যুৰি দিয়া হৈছে। অৱশ্যে, মূলত যাতে কোনো প্ৰকাৰে ব্যাঘাত নজন্মে, আৰু যাতে মূলৰ সৌৰভ ভালকৈ ফুটি ওলায় তালৈকো চকু ৰখা হৈছে।

হৰিহৰ আতাৰ বিষয়ে এখন বিস্তাৰিত পুথি ৰচনা কৰিবলৈ হলে পোনতে বৈষ্ণৱ গুৰুসকলৰ চৰিত্ৰ সমূহ সংগ্ৰহ কৰিব লাগিব, তাৰ অধিকাংশই অপ্ৰকাশিত অৱস্থাত আছে। প্ৰতিজন গুৰুৰ চৰিত্ৰত তেওঁৰ সমসাময়িক আচাৰ্য্যসকলৰো বিৱৰণ পোৱা যায়। চৰিত্ৰপুথি-বোৰত থকা হৰিহৰ আতাৰ বিষয়ক কথাবোৰ ছালি-জাৰি চাই গোটাব লাগিব। প্ৰবীণ ভক্তসকলেৰে আলোচনাও কৰিব লাগিব, কাৰণ, তেওঁলোকে সহজে ভালেমান কথা জানে যিবোৰ কথা আমি সাধাৰণে নেজানো। আমাৰ ধাৰণা, এনে এখন চৰিত্ৰপুথি কোনো মুখ্য সত্ৰত ভক্তবৃন্দৰ সংস্পৰ্শত থাকিহে ৰচনা কৰাটো সম্ভৱ হব। ক'ৰবাত হয়তো কেতিয়াবা হৰিহৰ আতাৰ বিষয়ে এখন সুকীয়া প্ৰাচীন চৰিত্ৰপুথিও পোৱা যাব পাৰে। আঁচনি হিচাবে বৰ্ত্তমান কিতাপখনি লাগতিয়াল হব বুলি আমাৰ বিশ্বাস। ইয়াত যদি কিবা অশুদ্ধ আছে তাক ভবিষ্যত লিখকে শুধৰাই লব পাৰিব, কিবা কথা অসম্পূৰ্ণ থাকিলে তাক

সম্পূর্ণ কৰিব পাৰিব, আৰু যদি কিবা কথা বাদ পৰিছে তাকো অন্তৰ্ভুৰ্ক্ত কৰিব পাৰিব।

ধৰ্ম্মতত্ত্বৰ অধ্যয়ন আৰু অনুশীলনৰ পৰা মানুহৰ মন-প্ৰাণ উন্নত আৰু ভগবৎপৰায়ণ হয়। সন্তসকলৰ চৰিত্ৰ-কাহিনীত ধৰ্ম্মৰ আদৰ্শ-সমূহ বাস্তৱ জীৱনত প্ৰতিফলিত হোৱাৰ কথা লিপিবদ্ধ হৈ আছে। সেইদেখি ধৰ্ম্মাত্মা পুৰুষসকলৰ জীৱন কাহিনীক ধৰ্ম্মশাস্ত্ৰৰ আনুষঙ্গিক সাহিত্য বুলি ধৰিব পাৰি। অন্যদেশৰ সন্তসকলৰ দৰে, অসমৰ শঙ্কৰী যুগৰ ধৰ্ম্মগুৰুসকলে অশেষ কষ্ট আৰু স্বাৰ্থত্যাগ স্বীকাৰ কৰিছিল, অসূয়া-অভিসন্ধিৰ সন্মুখীন হব লগাত পৰিছিল, ধৰ্ম্মৰ কাৰণে তেওঁ-লোকে সৰ্ব্বসুখ, এনেকি জীৱনকো জলাঞ্জলি দিবলৈ কুন্থাবোধ নকৰিছিল। তেনে মহাপ্ৰাণ পুৰুষৰ জীৱন-চৰিত পঢ়িলে সংসাৰৰ সৰ্ব্বপ্ৰকাৰ প্ৰলোভন সম্বৰণ কৰি ধৰ্ম্ম আৰু প্ৰেম-প্ৰীতিৰ পথত অচল-অটল হৈ থাকিবৰ কাৰণে অনুপ্ৰেৰণা আৰু শক্তি লাভ কৰিব পাৰি। সেইদেখি অসমৰ বৈষ্ণৱ গুৰুসকলৰ চৰিত্ৰ যিমানে প্ৰচাৰিত হয় তিমানে দেশৰ মঙ্গল।

প্ৰতিজন গুৰুৰ স্বকীয়া চৰিত্ৰৰ উপৰিও সকলো সন্তৰ চমু চৰিত্ৰ সন্নিবিষ্ট কৰি এখন গ্ৰন্থ সংকলনৰ প্ৰয়োজন। এই কাম অতি পৰিশ্ৰম সাপেক্ষ, কিন্তু তাৰ কাৰণে সজুলিৰ অভাৱ নাই। বৈষ্ণৱ পুৰুষসকলৰ কাহিনী ভক্তসমাজত আজিলৈকে জীৱন্ত হৈ আছে, প্ৰকাশিত অপ্ৰকাশিত লিপিবদ্ধ গ্ৰন্থও উভৈনদী, আৰু সন্তসকলৰ চৰিত্ৰতোলা প্ৰথা ভক্তসকলৰ নিয়মীয়া কৰ্ম্ম। কোনোজন ভক্তিপ্ৰাণ পুৰুষে এই কৰ্ম্ম হাতত লব বুলি আমি আশা কৰিলোঁ।

অষ্টাদশ শতিকাত ৰেভাৰেণ্ড এল্‌বান্ বাট্‌লাৰ নামে ধৰ্ম্মযাজক এজনে প্ৰায় ডেৰকুৰি বছৰ দুৰ্জ্জয় পৰিশ্ৰম কৰি সকলো খৃষ্টীয় ‘ছেইণ্ট’

বা সন্তৰ চৰিত্ৰ কাহিনী সংকলন কৰিছিল। এই গ্ৰন্থৰ মূল্য আৰু উপকাৰিতা আজিলৈকে অটুট হৈ আছে।

বৰ্ত্তমান কিতাপখন সংকলন কৰোঁতে স্বামী শ্ৰীকৃষ্ণপুৰী পৰিব্ৰাজক আৰু কমলাবাৰী সত্ৰৰ শ্ৰীমণিৰাম গায়ন মুক্তিয়াৰদেৱৰ লগত আলোচনা কৰাৰ সুবিধা পাইছোঁ, শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে অপ্ৰকাশিত অৱস্থাত গোটেইখন কিতাপ পঢ়ি সোৱাদ পাই উৎসাহ দিছে, শ্ৰীজ্ঞাননাথ বৰাদেৱে নিজৰ হাতত থকা দুষ্প্ৰাপ্য প্ৰকাশিত চৰিত্ৰপুথি খনচেৰেক পঢ়িবলৈ দিছে, শ্ৰীমান্ কমলানন্দ বৰদলৈয়ে পাণ্ডুলিপি যুগুত কৰাত সহায় কৰিছে, আৰু "শ্ৰীশ্ৰীশঙ্কৰদেৱ" গ্ৰন্থ প্ৰণেতা আৰু শঙ্কৰী যুগৰ সাহিত্য আৰু তথ্যপাতিৰ বিষয়ে সুবিজ্ঞ শ্ৰীমান্ মহেশ্বৰ নেওগদেৱে এই কিতাপখনি হাতে-লিখা অৱস্থাতে আদ্যন্ত পঢ়ি চাই দিছে। স্বৰ্গীয় হৰিনাৰায়ণ দত্ত বৰুৱা ডাঙৰীয়াৰ সুযোগ্য পুত্ৰ শ্ৰীমান্ মুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱাই এই কিতাপ প্ৰকাশত উৎসাহ দিছে। শ্ৰীমান্ হেমৰথ বৰ্ম্মনে প্ৰুফ চোৱাত সহায় কৰিছে। এওঁলোক এটাই কেজনলৈ এইখিনিতে কৃতজ্ঞতা জনালোঁ।

গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলৰ স্বত্বাধিকাৰী স্নেহাস্পদ শ্ৰীমান্ বিচিত্ৰ নাৰায়ণ দত্ত-বৰুৱাদেৱে এই কিতাপখনি প্ৰকাশ কৰাৰ ভাৰ অতি আগ্ৰহৰে লোৱাত তেওঁলৈ আশীৰ্ব্বাদসহ কৃতজ্ঞতা জনালোঁ।

কোম্পানী বাগান ৰোড,
গুৱাহাটী, অসম।
১৫ চেপ্টেম্বৰ ১৯৬০।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# হৰিহৰ আতা

## আগকথা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ আৰু শ্ৰীহৰিদেৱৰ যুগত যিসকল ভক্তিপ্ৰাণ বৈষ্ণৱ পুৰুষে ৰাইজৰ মাজত সৎধৰ্ম্ম আৰু সদাচাৰৰ বাণী প্ৰচাৰ কৰি অসমীয়াৰ কৃষ্টি আৰু সভ্যতাক পুষ্পিত, সুশোভিত আৰু দৃঢ়ী-ভূত কৰিছিল, তাৰ ভিতৰত হৰিহৰ আতা অন্যতম। তাৰাই মহাপুৰুষ মাধৱদেৱৰ পৰা ধৰ্ম্মলাভ কৰিছিল, আৰু গুৰুজনৰ এজন প্ৰধান সেৱক আছিল। গুৰুজনে হৰিহৰ আতাক অতি স্নেহ আৰু শ্ৰদ্ধাৰ চকুৰে চাইছিল, আৰু তেওঁৰ অন্তৰ যে ভক্তি প্ৰেম আৰু পৰমাৰ্থ বোধৰে ভৰপূৰ আছিল তাক গুৰুজনে বাৰম্বাৰ স্বীকাৰ কৰিছিল।

মাধৱদেৱৰে সৈতে মিলন হবৰ সময়ত হৰিহৰ আতাৰ আচাৰ-নীতি পৰীক্ষা কৰি সন্তোষ পাই শ্ৰীৰাম আতাই গুৰু-জনক কৈছিল,—"বৰ বিচক্ষণ লোক, বৰ সদাচাৰী"। গুৰুজনে কলে,—"শ্ৰীৰাম, আমাৰ ইয়াৰ পৰা ভোজনৰ সম্ভাৰ দি থাকিবা, আৰু বৰ দয়া কৰিবা। ৰুই সাৰ দিবা, অলপতে ভুঞ্জিবলৈ হব, অৰ্জ্জা ফল সজ।"

মাধৱদেৱে এবাৰ কৈছিল,—"হৰিহৰ তুমি মোৰ হৃদয়ৰ বস্তু। নাগাই হুশুনিয়েই হৃদয়তে দহো পাই আছা তুমি"।

হৰিহৰে মাধৱদেৱৰ সঙ্গ এৰি যোৱাত গুৰুজনে ভাবিছিল যেন নৈৰ দাঁতিত থকা এজোপা ডাঙ্গৰ গছ উভালি পানীত পৰিল। গুৰুৱে খেদ কৰিলে, বোলে, "নাও যায় কেনি? পক্ষী জিৰায় ক'ত? লতা বগায় কাহা?" গুৰুজনৰ শাৰীৰিক সঙ্গত নাথাকিলেও হৰিহৰ আতাই সদায় ভাবিছিল যে গুৰুজন তেওঁৰ কাষতে আছে, এৰা-এৰি নাই। শ্ৰীমন্ত শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম বৰঠাকুৰদেৱ আৰু চতুৰ্ভুজ সৰুঠাকুৰদেৱ এওঁলোক দুজনাই হৰিহৰ আতাৰ পৰা পৰমাৰ্থ-তত্ত্বৰ ব্যাখ্যা গ্ৰহণ কৰিছিল।

কিন্তু, হৰিহৰ আতাৰ চৰিত্ৰৰ এটা বিশেষ লক্ষণ আছিল। মানুহৰ কাম-কাজ ব্যৱহাৰ আচৰণ আৰু মাত-কথা সদাচাৰ আৰু সত্যৰ পৰা তিলমাত্ৰও উনৈশ-বিশ হব নালাগে। লাপি-লুপা ধৰণৰ ব্যভিচাৰ ব্যতিক্ৰম সংঘটিলে হয়তো সাধাৰণ মানুহে ক্ষমা কৰিব, কিন্তু হৰিহৰ আতাই কেতিয়াও মৰ্ষণ নকৰিছিল। তাৰ প্ৰতিবাদ স্বৰূপে অনাচাৰীৰ সঙ্গ এৰি আন ঠাইলৈ গুচি গৈছিল। তেওঁ কিছুদিন এঠাইত থাকে, ভক্তিমন্ত ৰাইজে গুৰুবোধে সেৱা-শুশ্ৰূষা কৰে, তাত কিবা কথাত দোষ পাই আন এঠাইলৈ যায়, পাচলৈ কিবা অপৰাধত সেই ঠাই এৰি নতুন ঠাইলৈ যায়। চাৰিটা বস্তু লগৰপৰা কাচিতো নেৰে,—উৰাল, উৰালবাৰি, দুৱাৰ আৰু মেকুৰী। এইদৰে ষোল কি কুৰি ডোখৰ ঠাই সলোৱাৰ কথা চৰিত্ৰপুথিত পোৱা যায়।

মধুপুৰ থানৰ পৰা মাধৱদেৱৰ সঙ্গ এৰি যাব লগীয়া হোৱাৰ কাৰণ হ'ল এই।—কীৰ্ত্তন-ঘৰত পাঠকে পুথি পঢ়ে, অলপ অশুদ্ধ

হলেই হৰিহৰ আতাই মাত লগায়। পাঠক কিজনে ইয়াতে অসন্তোষ কৰি সত্ৰ এৰি যাবলৈ ওলাল। গুৰুজন বৰ বিমোৰত পৰিল। হৰিহৰক ৰাখিলে পাঠক কিজন নাথাকে, ধৰ্ম্মৰ হাটখন ভাগে। ইপোনে, হৰিহৰ আতাৰ নিচিনা এজন পৰম ভক্তিমন্ত পুৰুষক এৰিবলৈকো টান। অৱশেষত গুৰু-জনে কলে—“সিহঁত যে ভাগে, তুমি পাঠকে শুনিব নালাগে।”

ইয়াকে শুনি হৰিহৰ আতাই মনত বৰ দুখ পাই মধুপুৰ থান এৰি যাবলৈ ওলাল, বোলে,—“গুৰুজনৰ শ্ৰীমুখ চাই শৰীৰ পেলাবলৈ মন দিলোঁ, সেৱকৰ পৰা নোৱাৰি, আগমঙ্গহতে হাত দিলে।” গুৰুজনৰ ওচৰৰ পৰা আঁতৰি আহিল বুলিও গুৰুৰ প্ৰতি ভক্তি অটুট হৈ থাকিল। গুৰুজন তেওঁৰ হৃদয়ত সদা-সৰ্ব্বদা বিদ্যমান আছিল।

কৃষ্ণ সতৰীয়াৰ বাৰীত থকা কালত হৰিপ্ৰভা আয়ে বাট মাছ এটাৰ এডোখৰ কাটি কান্দিথকা নাতিয়েকক পুৰি খাবলৈ দিলে, বাকী ছোৱা হৰিহৰ আতাক দিলে, তাতে জ্বগৰ লাগিল। চিদাই ঠাকুৰীয়াই নিজ গঞা ৰঘুপতি সতৰীয়াক গুৰৰ টেকেলি এটা খুজিলে। সতৰীয়াই নিজৰ টেকেলি নিদি হৰিহৰ আতাৰ পৰা টেকেলি নিবলৈ কলে। নিজৰ বস্তু নিদি আনৰ বস্তুলৈ আঙ্গুলিয়াই দিয়াত আতাই বৰ অসন্তোষ পালে। সুখবৰ দলৈৰ জীয়েক জাপৰীয়ে মাৰি অনা মাছ আতাক ৰান্ধি খাবলৈ দিয়াত তাতে শামুক এটা ওলালত আতাই অসন্তোষ পাই দলৈৰ আশ্ৰয় এৰি আন ঠাইলৈ গুচি গ’ল। বেতনাৰ

হৈনাথ চৌধাৰীয়ে মাছ-পছু মাৰি খাই যশস্যা কৰে। সেই মাছ-পছুৰে অতিথি ভকতক তুষ্ট নকৰি নিজে উপভোগ কৰা ভোজনবিলাসী মানুহৰ ঘৰত থকাটো উচিত নহয় বুলি হৰিহৰ আতাই হৈনাথ চৌধাৰীৰ ঠাই এৰি আন ঠাইলৈ গ'ল।

হৰাম পাটগিৰি আৰু হৈৰাম পাটোৱাৰী নামে দুজন মুখিয়াল মানুহে হৰিহৰ আতাৰ পৰা ধৰ্ম্মক লভিবৰ কাৰণে তেওঁৰ তালৈ অহা-যোৱা কৰি আছিল। এদিন বাটতে বতাহ-বৰষুণ অহাত দুয়োজনে লৰি আহি আতাৰ দুৱাৰ মুখত থিয় হলহি। আতাই দুৱাৰ মেলি নিদিলে। বাহিৰত দুয়োজন তিতি সাং হ'ল। এনেতে হৈৰাম পাটোৱাৰীৰ খং উঠিল, বোলে,—"মগনীয়া ভকতৰ ইমান গৰ্ব্ব! আমি একোটা লোক, টেলাইকে নকৰে!" এইবুলি হৈৰাম পাটোৱাৰী তাৰপৰা গুচি গ'ল। আতাই হৰাম পাটগিৰিক ভিতৰলৈ আনি জুই সেক দিলত তেওঁ সুস্থ হল। হৈৰাম পাটোৱাৰী যে অলপ ধৈৰ্য্য ধৰি কষ্ট সহ্য কৰি বাহিৰত কিছুপৰ নৰৈ আতাক ভৎ'সনা কৰি তাৰপৰা গুচি গ'ল তাতে আতাই বুজিলে যে তেওঁৰ ভক্তি ডাঠ নহয়। দুয়োজনৰ ভক্তি আৰু সহিষ্ণুতা গুণ কেনে তাক পৰীক্ষা কৰিবৰ মনেৰেহে আতাই দুৱাৰ মেলি নিদিছিল। পাটগিৰি পৰীক্ষাত উঠিল, পাটোৱাৰী পৰিল। আতাই হৰাম পাটগিৰিক কলে,—"আজি সৰ্ব্বনাশ! পৰীক্ষা নকৰি লোৱা-হেঁতেন কি হলহেঁতেন! মোক আজি মহাপুৰুষ গুৰুৱেহে ৰাখিলে!"

পত্নী সত্যা আইৰ প্ৰতি হৰিহৰ আতাৰ আচৰণ লক্ষ কৰিব লগীয়া। তেওঁক সুন্দৰী কন্যা নেলাগে, গেঙ্খেলী বুলি কোৰাতহে সত্যাক বিয়া কৰিবলৈ মান্তি হ'ল। বিয়া কৰি আতাই ভাৰ্য্যাক তিনিটা কথা নিষেধ কৰিলে,—পৰপুৰুষৰ মুখ নেচাবি, আন কাৰো দ্ৰব্য গ্ৰহণ নকৰিবি, বস্ত্ৰ নাদাঙ্গিবি। সত্যা আয়ে বেৰ জুমি বিয়া চালে, বিহুৰ সংক্ৰান্তিত মাকৰ ঘৰত পিঠা খালে, আৰু পেহীয়েকৰ ঘৰলৈ যাওঁতে বস্ত্ৰ দাঙ্গি সুঁতি পাৰ হল। এইদৰে পত্নীয়ে স্বামীৰ তিনিওটা বাক্য লঙ্ঘিলে, এয়ে হল সত্যা আইৰ অপৰাধ। তাতে আতাই আইক ত্যাগ কৰিলে। সৰ্ব্বসাধাৰণ স্বামীয়ে অলপ খঙ্গৰ ভাও দেখুৱাই ভাৰ্য্যাৰ দোষ মাৰ্জ্জনা কৰিলেহেঁতেন। কিন্তু হৰিহৰ আতাৰ ওচৰত ক্ষমা নাই। বিশুদ্ধ মাৰ্গত স্থিতপ্ৰজ্ঞ হৈ থকা-টোৱেই তেওঁৰ নিচিনা জীৱন্মুক্ত পুৰুষৰ অভিবাঞ্ছা।

মহাপুৰুষ মাধৱদেৱ সুস্থ হৈ থকা কালত এদিনা শ্ৰীৰাম আতা বিষ্ণু আতা প্ৰমুখ্যে ভকতসকলে সুধিলে,—"আপোনাৰ পিচত কাক আগত লৈ আজ্ঞাৰে চলিম-কৰিমহঁক, আপোনাৰ তনুমুখে শুনিলে সবাৰে দোলায়মান গুচে, এক মন হয়।" দুদিনমান ভাবি-চিন্তি গুৰুজনে কলে,—"আমি গুণি-ভাবি ক বুলিবৰ ঠাই নেপালোঁ। মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেউ কৈ গৈছে, ব্ৰহ্ম ডিম্ব পঞ্চকোটি পৃথিবী যি বৃদ্ধাঙ্গুষ্ঠে দাঙ্গিব সিহে এটি জীৱ তৰিব। যি খেদিব হাতী সি পলাল ৰাতি, যিহেতু যাৰ ভাৰ বব নোৱাৰে সি ফুৰে পৰ্ব্বত ববলৈ, যি পৰ্ব্বত বৰ

পাৰে সি নবয় তুলাৰে। কাক বুলিম মই, বুলিবৰ ঠাই নেদেখোঁ তোম্রাসৰ সমূহে অথিত-অভাগতী সুধিবলৈ যাক হয় লবাহঁক।”

মহাপুৰুষ মাধৱদেৱৰ প্ৰয়াণৰ কাল উপস্থিত হোৱাত হৰিহৰ আতাক মাতি পঠোৱা হৈছিল, তেওঁ নাহিল। খেনোৱে ভাবে যে গুৰুৱে হৰিহৰ আতাকে ধৰ্ম্ম-ভাৰ দি যাব খুজিছিল, আতায়ো হয়তো সেইদৰে ভাবিছিল। সেইদেখি আতাই গুৰুজনৰ কাষলৈ নগৈ মাতিবলৈ অহা ভকত কিজনক কৈ পঠিয়ালে, বোলে,—“যোৱাঁহক, মই তুলাৰ ভাৰ লব লাগে বুলি পলাই ফুৰিছো, পৰ্ব্বতৰ ভাৰ দিবলৈ মাতাহি? তালৈ গলে তুধৰীয়া খাণ্ডাত পৰিম। ধৰিব, কৰিব, সহিব, বব নোৱাৰি মৰিম গুৰুবাক্য পৰি।”

ওপৰত কোৱা হৈছে যে হৰিহৰ আতাই এই চাৰিটা বস্তু কেতিয়াও লগৰ পৰা নেৰিছিল,—উৰাল, উৰালবাৰি, তুৱাৰ আৰু মেকুৰী। ইয়াৰ কাৰণ কি? ইয়াত যদি কিবা পাৰ-মাৰ্থিক তত্ত্ব আছে তাক ভকতসকলেহে জানিব। সেইদৰে, ভবানীপুৰীয়া গোপাল আতাই বিচৰা চাৰিটা প্ৰশ্নৰ সমিধান হৰিহৰ আতাই যিৰূপে দিলে তাকো পৰমাৰ্থ-তত্ত্ব জনা মানুহে-হে ভালকৈ বুজিব।

হৰিহৰ আতাৰ তিৰোধানৰ ৰীতিও নাভূত-নাশ্ৰুত। আতাৰ নিৰ্দ্দেশমতে গৰখীয়া লৰাই দ কূঁৱা এটা খানিলে। আতাই যোগ ধাৰণা কৰি সেই গাঁতত সোমাল, লৰাহঁতে মাটি ভৰাই

কূঁৱাটো পুতিলে। গধূলি লৰাহঁতে বাপেক মাকক কোৱাত গাৱঁৰ মানুহে কূঁৱা খান্দি চালত একো নাপাই আচৰিত হ'ল। তেওঁলোকে কলে,—"মানুহ নহয়, সাক্ষাত ঈশ্বৰ, ছদ্মকৈ নৰৰ ভাও দেখাই আছিল। তেও আমি নেজানিলোঁ, নভজিলোঁ। লৰাহঁতহে মহা ভাগ্যৱন্ত, ধন্য। আতাক সেৱা ধৰিলে কৰিলে। ইহঁতৰ জন্ম সাফল হল।" গাৱঁলীয়া ৰাইজৰ এই অভিমতেই হৈছে হৰিহৰ আতাৰ মাহাত্ম্যৰ সৰ্ব্বসাৰ বিশ্লেষণ।

মাত-কথা ব্যৱহাৰ-আচৰণ সকলো বিষয়ে মানুহ সতর্ক সজাগ হৈ প্ৰৱৰ্ত্তিব লাগে। সংসাৰ এৱাঁস্মৃতাৰ সাঁকো, অলপ ইকাতি-সিকাতি হলেই ধৰ্ম্মৰ পৰা স্খলিত হোৱা যায়, এয়ে আছিল হৰিহৰ আতাৰ বিশ্বাস। দুৰ্ব্বাসা মুনিৰ আদর্শও আছিল তদ্ৰূপ। স্বামী-চিন্তাত নিমগ্না শকুন্তলাই গৃহস্থালী ধৰ্ম্ম পালি অতিথিক সমিধান দিয়াত হেলা কৰিলে, তাতে মুনিয়ে অভিশাপ দিলে। এনে অৱস্থাত যে তিৰোতাৰ ভ্ৰম হব পাৰে ইয়াৰ কাৰণে মুনিয়ে ক্ষমা নকৰিলে। প্ৰণয়ীৰ বিস্মৰণ ব্যাকুলতাতকৈ সনাতন ধৰ্ম্মৰ আসন ওপৰত, এয়ে আছিল মুনিৰ বিশ্বাস।

সকলো কথাতে নিখুঁত, কাৰ্য্য-কৰ্ম্ম নীতি-আচৰণ ক'তো চুলি এডালৰো হেৰ-ফেৰ নাই, এনে নিকপকপীয়া অপ্ৰমাদী সৰ্ব্বাঙ্গীন শুদ্ধ মানুহ বিচাৰি পোৱা টান। মানুহ মাত্ৰই দোষ-অপৰাধৰ ভাগী। গ্ৰীচৰ দার্শনিক ডায়োজিনিছে হাতত লণ্ঠন এটা লৈ দিন-দুপৰীয়া মানুহৰ ঘৰত সোমাই ভুমুকি মাৰি চাই

ফুৰিছিল আদৰ্শ মানৱ বিচাৰি, কিন্তু সেই মানুহ নোলাল। হৰিহৰ আতায়ো নিৰ্ভুল আচৰণ বিচাৰিছিল জীৱনৰ প্ৰতি ক্ষেত্ৰতে। তেওঁ বিচাৰি নেপালে এইটো সঁচা, কিন্তু আদৰ্শৰ মানদণ্ড চিৰকাললৈ থৈ গ'ল এই পৃথিবীত।

---

# হৰিহৰ আতা

**হৰিহৰ আতা**—পৰমাৰ্থ বস্তুত নিবিড়চিত্ত, গুৰুধৰ্ম্মত অচল-অটল, হৰি-ভকতিত একনিষ্ঠ, মায়া আৰু বাসনা বন্ধনৰ পৰা বিমুক্ত, কিন্তু, মাত-কথা, ব্যৱহাৰ-আচৰণ, সিদ্ধান্ত-সমিধান অভিনৱ, অপ্ৰত্যাশিত, একাচেকা, সত্য-মাৰ্গৰ পৰা চুলি এডালি ইফাল-সিফাল হলে মনৰ বিসঙ্গতি, এয়ে আছিল মহাপুৰুষ মাধৱদেৱৰ প্ৰিয় সেৱক হৰিহৰ আতাৰ চৰিত্ৰ।

**ম'ৰাদলৈৰ ঘৰ**—হৰিহৰ আতাৰ পৰিয়াল দৈবজ্ঞকুলীয়া, ম'ৰাদলৈৰ ঘৰ বোলে, থকা ঠাই আছিল মূঢ়াভঙ্গা ফুকনহাটত। এওঁলোক পূৰ্ব্বে বাৰেভূঞাৰ সভাপণ্ডিত আছিল। এই পৰিয়ালৰ আদিপুৰুষ আছিল হৰেশ্বৰ দলৈ, তেওঁৰ পুতেক নৰেশ্বৰ, তেওঁৰ পুতেক ধনেশ্বৰ, তেওঁৰ পুতেক কামদত্ত, তেওঁৰ পুতেক হৰদত্ত, হৰদত্তৰ তিনি পুতেক হৰিবৰ, হৰিহৰ আৰু হৰিচৰণ।

ম'ৰাদলৈৰ ঘৰ বৰ আঢ্যৱন্ত সমৃদ্ধিশালী লোক আছিল, তেৰকুৰি বন্নুৱা লিক্‌চৌ আৰু ন-টা ভঁৰাল। ৰজাৰ চ'ৰাৰ সভাপণ্ডিত, দিনে-নিশাই নগৰত থাকিব লাগে। বাৰেভূঞাৰ ৰাজত্বৰ সামৰণি পৰাত আহোম স্বৰ্গদেৱৰ চ'ৰাত ম'ৰাদলৈৰ ঘৰৰ মানুহ দৈবজ্ঞ সভাপণ্ডিত আছিল। তাৰ ভিতৰত হৰিবৰ দলৈ সভাপণ্ডিত জ্যোতিষ গণানাত বৰ বিচক্ষণ আছিল। মহাদশা নিৰ্য্যান-দশা গণি মৰা-জীয়া সকলো কথা কব

পাৰিছিল। হৰিবৰৰ সিদ্ধান্ত সদায় নিৰ্ভুল আছিল। তাৰ উপৰিও, হৰিবৰে শব্দ শুনি তাৰ উমানে উমানে কাঁড় মাৰি লক্ষ-ভেদ কৰিব পাৰিছিল। স্বৰ্গদেৱ খোৰাৰজাই হৰিবৰ দলৈৰ জ্যোতিষ গণনাৰ প্ৰমাণ পাই তেওঁক হাতী উপহাৰ দিছিল।

**হৰিবৰ দলৈৰ প্ৰাণবিয়োগ**—এদিন স্বৰ্গদেৱে হৰিবৰক বৰঘৰৰ টুপলৈ নি কলে,—"তই সকলো কব পাৰ বুলি শুনিছোঁ। মই লুকাওঁ, তই মনেৰে চাই মোক ধৰ।" হৰিবৰে কলে,—"মহাৰাজ, মই কম, কিন্তু ইয়াৰপৰা মোৰ শৰীৰ পাত হবগৈ।" স্বৰ্গদেৱে চতি, মাৰলি, ডাং, ফুলচতি, য'তে লুকায় হৰিবৰে খুটাত লুকাই থাকি তাক সঠিককৈ কয়। ৰজাই মনেৰে ভাবিলে,—"ইয়াৰ আগত সাৰিবৰ উপায় নাই, শত্ৰুপক্ষৰ হাতত ই মোক ধৰা পেলাব।"

এদিন স্বৰ্গদেৱে ছাই সানি বহি বোলে,—"মই কিৰূপে আছিছোঁ তই ভিতৰতে থাকি ক।" হৰিবৰ দলৈয়ে কলে,—"মহাৰাজ, ছাই সানি ধুই আছিছে।"

স্বৰ্গদেৱে আকৌ এবাৰ কাৰেঙৰ ধোঁদে দি সৰকি আহি বোলে,—"এইবাৰ চা।" দলৈয়ে বোলে,—"ধোন্দেদি সৰকি অহা হৈছে।" সেইদিনাও ৰজাই ভাবিলে,—"ইয়াৰ হাত সাৰিবৰ উপায় নাই। আপদত পৰিলে ইয়েই দেখুৱাই দিব।"

এদিন নিশা তিনিপৰ মৰাত বৰঘৰৰ কাখৰত মিঠা আমগছ

এজুপিত ফেঁচা এটা পৰি কুৰুলিয়াবলৈ ধৰিলে। স্বৰ্গদেৱে বৰচ'ৰালৈ মানুহ পঠিয়াই কোৱালে বোলে,—"এই ফেঁচাটো যি মাৰিব পাৰে তাক বঁটা দি ভাল মানুহ পাতিম।" হৰিবৰে কলে,—"ফেঁচাৰ দুৰ্য্যোগ মৃত্যু হৈছেহি, মযে মাৰিব পাৰিম।" এনেবুলি শব্দৰ উমানৰে কাঁড় মাৰি পঠিয়ালে। পুৰা ডালে সৈতে নিয়াই চাই দেখে ফেঁচাক চকুৰে-ডালে শালিছে। ইয়াকে দেখি স্বৰ্গদেৱে ত্ৰস্ত হৈ বোলে,—"কোনো দ্ৰব্য নেপালে শত্ৰুৰে গোট খাই ৰাজৰ পৰা মাতৰ উমানেই আমাক মাৰিব। চাওডাঙ্গক দে নি। বাঁহগড়ালৈ নি কাটক।" ৰাজাজ্ঞা অনুসাৰে হৰিবৰ দলৈ সভাপণ্ডিতক চাওডাঙ্গে বাঁহগড়ালৈ নি কাটিলে।

**হৰিহৰৰ অসম ত্যাগ**—হৰিবৰক কটাৰ বাৰ্ত্তা পাই হৰিহৰে শুবলৈ এৰি দি ভায়েক হৰিচৰণক লগত লৈ নিশাই পলাল। অসম দেশত ছমাহ ফুৰি বিৰক্ত-বৈৰাগী হৈ কামৰূপত মাধৱদেৱ গুৰু আছে বুলি শুনি তালৈকে যাবলৈ মন কৰিলে। তেতিয়াৰ দিনত অসম, কামৰূপ আৰু বেহাৰ, এই তিনিখন ৰাজ্য লগালগি যদিও বেলেগ শাসনৰ তলত আছিল। পূব ৰাজ্যক বোলা হৈছিল অসম, ইয়াত আহোম স্বৰ্গদেৱসকলে ৰাজত্ব কৰিছিল। মাজৰাজ্যৰ নাম আছিল কামৰূপ, ইয়াত ৰাজত্ব কৰিছিল চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱনাৰায়ণ ৰজাই, আৰু তেওঁৰ পাচত পৰীক্ষিতনাৰায়ণে। পশ্চিম ৰাজ্যক বোলা হৈছিল বেহাৰ, ইয়াৰ ৰজা আছিল নৰনাৰায়ণ মল্লদেৱ নৃপতি, তেওঁৰ পাচত

পুতেক লক্ষ্মীনাৰায়ণ, তাৰ পাচত তেওঁৰ পুতেক বীৰনাৰায়ণ, আৰু তাৰ পাচত পুতেক প্ৰাণনাৰায়ণ। পোনতে, কামৰূপ বেহাৰ এই দুই ৰাজ্যৰে অধিপতি আছিল মহাৰাজ নৰনাৰায়ণ। তেওঁ ৰাজ্য ভাগ কৰি কামৰূপ দিলে ভতিজাক ৰঘুদেৱক, আৰু বেহাৰ ৰাখিলে নিজৰ আৰু পুত্ৰ-সন্ততিৰ কাৰণে। অসম, কামৰূপ আৰু বেহাৰ এই তিনিও ৰাজ্যত ভাগৱতী ধৰ্ম্মৰ প্ৰচাৰৰ কাৰণে বৈষ্ণৱ গুৰুসকলে পৰম যত্ন কৰিছিল। মহাপুৰুষ মাধৱদেৱে পদ্ম বতুলা আতাক কৈছিল,—"সোণকোহৰ পৰা কৰতীয়া গঙ্গা এই দুই সীমাৰ ভিতৰৰ দেশ মোৰ; সোণকোহৰ পৰা বৰনদীলৈকে এইডোখৰ মথুৰাদাসৰ; আৰু বৰনদীৰ পৰা ব্ৰহ্মকুণ্ডলৈকে এইডোখৰ তোমাক দিলোঁ। চাৰিখানি শাস্ত্ৰ তোমাৰ লগত দিলোঁ। দশম কীৰ্ত্তন শাস্ত্ৰত শ্ৰীশঙ্কৰ গুৰুক দেখিবা, ঘোষা ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা।"*

**বিশ্বনাথ আৰু হাজোত**—লাইঅঠীয়া শ্ৰীহৰি আৰু আদহলীয়া যদুমণিৰে সৈতে লগ লাগি ভায়েকেৰে হৰিহৰ বিশ্বনাথ পালেহি। তাতে আৰু দুজনে লগ ধৰিলে,—সলীয়া নাৰায়ণ আৰু দেৱগোপাল। বিশ্বনাথৰ হেৰাই বামুণৰ ঘৰত এই ছয়োজন লগ হ'লহি, মাধৱদেৱ গুৰুজনৰ ওচৰলৈ যাবলৈ এটাই কিজনৰে সংকল্প। তেওঁলোক গৈ হাজোত সোমাল।

* স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ", খৃষ্টাব্দ ১৯১৪, পিঠি ৩৪১।

হৰিহৰে বোলে,—"আমি আহিছোঁ গুৰুজনৰ ঠাইলৈ, হাজোত সোমাবৰ কি সকাম?" এই বুলি হাজো নিবাসী অচ্যুত গুৰু দেউৰীৰ ভনীয়েকৰ ঘৰত থাকিলগৈ। লগত অহা পাঁচজনে হাজোৰ পৰা সুন্দৰীদিয়ালৈ গৈ তাতে মাধৱদেৱক পাই গুৰুজনত ধৰ্ম্ম লভিলে। তেওঁলোকে বাৰ্ত্তা দিলে হৰিহৰ হাজোত ৰৈছে বুলি।

হাজোৰ পৰা সুন্দৰীলৈ বাট-পথৰ ভূ নেপাই হৰিহৰে এটা মানুহ লগ লগাই দিবলৈ বুলি অচ্যুত গুৰুৰ ভনীয়েকক ধৰিলে। সেই সময়ত ঢুসৰি গাৱঁৰপৰা বালকদাস নামে মানুহ এটাই গৰু কিনিবলৈ হাজোলৈ আহিছিল। হৰিহৰক সুন্দৰী দেখুৱাই দিবলৈ তেওঁকে লগত দিলে। বালকদাসৰ লগত আহি হৰিহৰে পাঁচদিনৰ মূৰত সুন্দৰী পালেহি। বাটত দেখি লগৰ পাঁচজনে কলে,—"এৰা আমাৰ লগতে আহিছিল, হাজোত সোমাইছিল, এতিয়া পাইছেহি।"

**মহাপুৰুষ মাধৱদেৱত শৰণ**—হৰিহৰ আতাই গৈ মহাপুৰুষ মাধৱদেৱ গুৰুৰ অভয়পদত সেৱা কৰিলেগৈ।

গুৰুজনে সুধিলে,—"তুমি ক'ত সোমাইছিলা, এওঁলোকে কৈছে, হাজোত সোমাইছিলা বুলি?"

হৰিহৰ,—"তেৰাসবেহে সোমাইছিল। আমি অচ্যুত গুৰুৰ ভইনীয়েকৰ ত'তহে সোমাইছিলোঁ। এতিয়া আহিছোঁ লগ বিচাৰি।"

কথাৰ দোচোৰা পাই লগৰ কিজনক গুৰুজনে খং কৰিলে।

তাৰ পাচত মাধৱদেৱে হৰিহৰক সুধিলে,—“এৰাসৱক তুমি চিনানে ?”

হৰিহৰ,—“বাপ, নিচিনো। জীৱ পৰমাত্মা চিনা হলে এৰা-এৰি হওঁ কেলৈ ?”

মাধৱদেৱত,—“তেৰাসৱে কৈছে দেখোন একেলগে আহিছিলোঁ বুলি।”

হৰিহৰ,—“বাপ, আদিৰ নহয়, হোৱা হলে একেলগেহে সেৱা কৰিবলৈ পালোহেঁতেন। হাটে বাটে ঘাটে অনেক জীৱ একত্ৰ হৈ বেহাই দিহাদিহি যায়, পাৰ হৈয়ো যায়। তেনেহে তাৰাসৱ আমাৰ।”

হৰিহৰৰ কথা শুনি মাধৱদেৱ মহাপুৰুষৰ বেথা লাগিল, বোলে,—“স্নানকৈ আহাঁগৈ।”

পাচে গুৰুজনে হৰিহৰৰ দৰ-কৰ চাবলৈ শ্ৰীৰাম আতাক পঠালে। শ্ৰীৰাম আতাই গৈ দেখিলে, হাত-ভৰি ধোওঁতেই চাৰি দণ্ড হল। আহি গুৰুজনক কলে, বোলে,—“বৰ বিচক্ষণ লোক, বৰ সদাচাৰী, আৰু কানি কন্থা সৱ লুইততে উটালে।” হৰিহৰ আহি পালত মহাপুৰুষক গুৰু বোলালে। তাৰ পাচত দুগ্ধ চিৰা ভোজন কৰাই গোপাল আতাৰ বহাতে ঠাই দিলে। গুৰুজনে কলে,—“শ্ৰীৰাম, আমাৰ ইয়াৰ পৰা ভোজনৰ সম্ভাৰ দি থাকিবা, আৰু বৰ দয়া কৰিবা। ৰুই সাৰ দিবা, অলপতে ভুঞ্জিবলৈ হব, অৰ্জ্জা ফল সজ।” গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি শ্ৰীৰাম আতাই হৰিহৰ আতাক পৰম শ্ৰদ্ধাৰে সোধপোছ

কৰিবলৈ ধৰিলে। হৰিহৰ আতাৰ ভায়েক হৰিচৰণ বিয়া কৰি আশ্ৰমী হ'ল। হৰিচৰণৰ পুতেক হৰিবাৰে কেবাখনিও সত্ৰ স্থাপন কৰে।

**মহাপুৰুষ মাধৱদেৱৰ ভক্তমণ্ডলী**—মহাপুৰুষ মাধৱদেৱ আছিল সুন্দৰীত, নাৰায়ণদাস ঠাকুৰ আতাৰ ঘৰ-বাৰী আছিল বৰপেটাৰ সমীপবৰ্ত্তী মনথৈ গাৱঁত। গুৰুজনে নিতৌ ভক্তবৃন্দৰে সৈতে নাম-প্ৰসঙ্গ কৰে, পৰমাৰ্থ চৰ্চ্চা কৰে, গুৰুজনৰ কথাত অমৃত বৰষে, ভক্তসকলে কাণ পাতি শুনে। এই ভক্তসকলৰ ভিতৰত হৰিহৰ আতা এজন প্ৰধান সেৱক আছিল।

এদিন ঠাকুৰ আতা আহি সুন্দৰীতে থাকিল। তেওঁৰ পত্নী কি সুখেৰে আছে চাই আহিবলৈ গুৰুজনে শ্ৰীৰাম আতাক মনথৈলৈ পঠালে। আতা গৈ বাহিৰতে থিয় হৈ শুনিছে।

ঠাকুৰ আতাৰ পত্নী বাৰাবাহী আয়ে লৰা-ছোৱালীকিটাক শুৱাই-মেলি চৰুত চাউল বহাই খেদ কৰিছে,—"মই অভাগীহে গৃহ-অন্ধকূপত পৰি ৰলোঁ। আজি, আমাৰ ঠাকুৰ গৈ গুৰুজনৰ লগতে আছে। গুৰুজনে অমৃতৰ ভাণ্ড মেলিছে, আমাৰ তাৰা বহিছে দখিণে, শ্ৰীৰাম আতা পূবে, হৰিহৰ আতা পছিমে, বুঢ়া আতা উত্তৰে, ভবানীপুৰীয়া আতা নৈঋতে, দখিণৰ আতা বায়ব্যে, বেহেৰীয়া আতা অগ্নিকোণে, ভাটোকুচীয়া আতা ঐশাণ্যে, এইক্ৰমে দশ দিগ্‌পাল ভক্তি-সৰোবৰে ৰাজহংস বহিছে, ব্ৰহ্মসভা দিগ্‌পালৰ দৰে। আনো ভক্তচয় ভ্ৰমৰে অনেক শাৰী হৈ মধুপান কৰিছে, মোৰ মহাপুৰুষে গুৰু মধ্যে

বহি কীৰ্ত্তনকৈ মুখপদ্মে বাটি দিছে। মোৰ আতা আতৈ বন্ধু সৰে ঢোকে-ঢোকে কৰ্ণপথে পান কৰিব লাগিছে। মই অভাগীহে পৰি ৰলোঁ। মোহ-পাশ নিহলত! হা হা, কি দৈব-বিধি বিড়ম্বনা!”

শ্ৰীৰাম আতাই পাচভৰিকৈ আইক কোটিবাৰ নমস্কাৰ কৰি আহিল। গুৰুজনক কলে,—“আইৰ প্ৰেম, খেদ, কাৰ্য্য-কাৰ্যণা, সপ্ৰেম ভক্তি, এনে দেখা নাই শুনা নাই।” গুৰুজনে সন্তোষ হৈ বোলে,—“দ্ৰৌপদীৰ ভক্তিয়ে কৃষ্ণদেউ পাণ্ডবৰ বশ হৈ ৰথৰ সাৰথি হ'ল, আমাকো বাৰাবাহীৰ ভক্তিয়ে বশ্য কৰিলে।”

**হৰিহৰ আতা আৰু মুকুন্দ আতৈ**—হৰিহৰ আতাই নামগুণ গাই মহাপুৰুষ মাধৱদেৱৰ লগত একেলগে আছিল। শেহত মহাপুৰুষ মধুপুৰত থাকোঁতে হৰিহৰ আতা ভকতৰ হাটীত বহা কৰি আছিল।

ৰাম আতৈ আৰু নাৰায়ণ আতৈ, এই দুজনা নিষ্ঠাবান ভকতৰ ঘৰ আছিল বেহাৰৰ বাহিৰবন্দত। এওঁলোক দুজনাক চাবলৈ যাবৰ মনেৰে হৰিহৰ আতাই মইনাগুৰিৰ মুকুন্দ আতৈক লগ ধৰিলে। মুকুন্দ আতৈৰ অৱস্থা বৰ বেয়া, অ'ৰ-ত'ৰ খুজি আনি কোনোমতে লৰা-ছোৱালী কেইটিৰে পেট প্ৰৱৰ্ত্তাইছিল। সেইদেখি আতৈয়ে যাব নুখুজিলে। হৰিহৰ আতাই তেওঁক আধলি এটি দি বস্তু কিনি ঘৰত দি যাবলৈ কলে। মুকুন্দ আতৈ যাবলৈ ওলাই গুৰুজনৰ পৰা বিদায় লবলৈ গল। গুৰুৱে

যাবলৈ হাক দিলে, বোলে, "হৰিহৰ আতা যাব সেৱকৰ ঠাইলৈ, তুমি পাবা কি ?" আতৈয়ে যাম বুলি হৰিহৰ আতাৰ পৰা আদটকি ধন লোৱাৰ কথা কলে। গুৰুজনে আতৈক ভুটকি ৰূপ দি বাহিৰবন্দলৈ নগৈ ঘৰতে থাকিবলৈ কলে। গুৰুজনৰ বাক্য নেৰাখি মুকুন্দ আতৈ হৰিহৰ আতাৰ লগত বাহিৰবন্দলৈ গ'ল। উভতি আহি গুৰুজনক সেৱা কৰোঁতে গুৰুজনে কলে,— "যদি আমাৰ বাক্য ৰাখি তুমি ৰলাহেঁতেন তেনেহলে তোমাক আমি এৰিলোহেঁতেন। যেহেতু, আমাৰ বাক্য পেলাই হৰিহৰৰ বাক্য মানি গলা তুমি মোৰ হৃদয়তে আছা।"

## হৰিহৰ আতাক এৰি শ্ৰীৰাম আতাৰ ওভোতনি—

এদিন শ্ৰীৰাম আতা আৰু হৰিহৰ আতা গুৰুজনত বিদায় কৰি মধুপুৰৰ পৰা বাহিৰবন্দলৈ গল। নিশা তাতে থাকি পুৱা শ্ৰীৰাম আতাই মধুপুৰলৈ উভতি যাবলৈ মন কৰিলে।

হৰিহৰ আতাই কলে,—"শৌচ, শুদ্ধি, স্নান, গুৰুসেৱা কৰি নাম গাই ভোজন কৰিও গৈ পাম যাই।"

শ্ৰীৰাম আতা,—"মই যাওঁ, কালিৰ পৰা গুৰুজনক নেদেখাত একযুগ যেন গল, যাওঁ মই।"

হৰিহৰ আতা,—"গুৰুজননো ক'ত আছে ? গোটেই ৰাতি চেতন নাই, গৃহত অগ্নি, বাহিৰত বিচাৰিলে ক'ত পায় ? হিয়াত হৰাইল হৰি বাহিৰত ক'ত পায় ?"

শ্ৰীৰাম আতা,—"তেনেহলে আপুনি চাউল সিজাই আহক, গুৰুজনক নেদেখি ৰব নোৱাৰো, মই যাওঁ।"

এইবুলি শ্ৰীৰাম আতা বায়ুবেগে লৰি গ'ল। দুইপৰৰ বাট এপৰতে পাই গুৰুজনক সেৱা কৰিলে।

গুৰুৱে সুধিলে,—"হৰিহৰ একা ?"

শ্ৰীৰাম আতা,—"তেৰা ভোজনকৈ আহিব। মই আজি নেদেখাতে যেন যুগ গল, আহিলো বিহানে।"

গুৰুজনে খংকৈ বোলে,—"গুচ, গুচ, গুচ, অ, সাহ এৰি বাহ, মুকুতা এৰি শোকোটা চাবলৈ আহ খেদি, গুচ।"

গুৰুজনে এইবুলি কোৱাত শ্ৰীৰাম আতাই অত্ৰাহি হৈ হৰিহৰ আতাৰ ঠাইলৈ উভতি লৰ ধৰিলে। সেই সময়ত হৰিহৰ আতাই শুদ্ধি শৌচ সমাপন কৰি চাউল বহাই দুখানি পাত পাৰি চৰু সামৰিছে। শ্ৰীৰাম আতাই গৈ দণ্ডৱতে পৰি কান্দিবলৈ ধৰিলে। হৰিহৰ আতাই শ্ৰীৰামক স্নান কৰাই দুয়ো ভোজন কৰি আনন্দ মনে মধুপুৰলৈ উভতি গ'ল। বাটত শ্ৰীৰাম আতাই কলে,—"গুৰুজনে মোক কোনোদিনেই খং কৰা নাছিল !"

হৰিহৰ আতাই উত্তৰ দিলে, বোলে,—"মই তেতিয়াই কওঁ।" দুয়োজনা আতাই গৈ গুৰুজনক সেৱা কৰিলেগৈ গুৰুজনে বোলে,—"লাখ টকাৰ ভাই, মনত যি নাই ঘৰতো নাই। মই এইৰূপে দেখিলেহে মোৰ মনত সন্তোষ জন্মে।"

**পৰমানন্দৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ স্মৰণ**—নাৰায়ণদাস ঠাকুৰ আতাৰ বৰপুতেক পৰমানন্দ ঠাকুৰ এজন ভাগ্যৱন্ত পুৰুষ আছিল। কোচে ঠাকুৰ আতা আৰু গোকুলচান্দক শাস্তি দি

মহাপুৰুষ শঙ্কৰদেৱৰ বিৰুদ্ধে কথা উলিয়াব নোৱাৰি এওঁলোক দুজনক ভোটক বেচিবলৈ মন কৰিছিল। মহিমা লগা দেওমানুহ বুলি ভোটেও নিনি ওভোতাই দিলে। কোচেও তেওঁলোকক বন্দী অৱস্থাৰ পৰা মুক্তি দিলে। শান্তিৰ কালত ঠাকুৰ আতাৰ পত্নী বাৰাবাহী আই লগতে আছিল। এনে সময়তে তেওঁৰ এটি পুত্ৰসন্তান প্ৰসৱ হ'ল। দুখত ওপজা দেখি দুখীয়া নাম থলে। এঘাৰদিনীয়া শুদ্ধি হলত আয়ে কেচুৱা আনি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ পাৱৰ তলত থৈ সেৱা কৰিলে। গুৰুৱে কেচুৱাৰ কপালত ভৰিৰ বুঢ়া আঙ্গুলিৰে টিপা মাৰিলে, চিন ৰ'ল। গুৰুৱে পুত্ৰৰ নাম সুধিলে, আয়ে 'দুখীয়া' বুলি কোৱাত গুৰুৱে কলে,—"তোমালোক দুয়োকে আনন্দ দিছে, সেই-দেখি এই পুত্ৰৰ নাম পৰমানন্দ থলোঁ।" কালক্ৰমে পৰমানন্দ যুবা হ'ল।

মাধৱদেৱ মহাপুৰুষ মধুপুৰত থকা কালত ঠাকুৰ আতাই গুৰুজনৰ বাৰ্ত্তা সুধিবলৈ পুতেক পৰমানন্দক পঠিয়ালে। মধুপুৰ পাবৰ দিনা ভাগৰ লগাত পাচদিনা পৰমানন্দই গুৰুজনক লগ ধৰি বৰপেটা আৰু বাউসীৰ বাৰ্ত্তাবিদ কলে। গুৰুজনে ভকতসকল আৰু বেহাৰৰ বিষয়াসকলক মাতি সভা পাতি সেই সভাতে সকলোৰে আগত পৰমানন্দৰ পৰিচয় কৰি দিলে। সকলোৱে টকা-শিকা দি ঠাকুৰ আতাৰ প্ৰতিনিধি বুলি পৰমানন্দক সেৱা কৰিলে।

পাচদিনা স্নান ভোজন কৰি গুৰুজনত কৈ হৰিহৰ আতাই

পৰমানন্দক মাতি আই গোসানী, ঠাকুৰ আতা আৰু মথুৰাদাস বুঢ়া আতাৰ বাৰ্ত্তা সুধিলে। শেহত সুধিলে, বোলে,—"পৰমানন্দ, মোৰ গুৰুজনলৈ তোৰ মনত পৰেনে ?"

পৰমানন্দ,—"আতা, পৰে।"

হৰিহৰ আতা,—"কেইবাৰ আৰু কেতিয়া মনত পৰে ?"

পৰমানন্দ,—"বিহুত পৰে, ভাদ্ৰৰ কীৰ্ত্তনত পৰে, আৰু ভোজন কৰোঁতে মাছ ভাত আঞ্জা দি থাকোঁতে, এই তিনিবাৰত মনত পৰে।"

হৰিহৰ আতা,—"অ, খাবলৈ পাই তিনি সময়ত মনত পৰে! তুমি বৰ সদাগৰৰ বেটা! গোপীসৱে খেদ কৰিছিল,—

"কুণ্ডলৰ লাগি পান্তি গণ্ডস্থলে কৰে কান্তি,
জলে মুখ কুঙ্কুমে ৰঞ্জিত।
মহা অনুৰাগ ভাৰে সুমৰি সুমৰি গাৱে
সিটো প্ৰাণ-কৃষ্ণৰ চৰিত্ৰ॥"

তই সদা-সৰ্ব্বদা পাহৰিবই নেপাৱ, বোলে তিনিবাৰহে মনত পৰে খাবলৈ পাই। গোপীভাৱ নাহে, সংসাৰ তৰণ পথ !"

হৰিহৰ আতাক সেৱা কৰি পৰমানন্দই আহি মধুপুৰ পাই গুৰুজনক সেৱা কৰিলেহি।

**পাঠ পঢ়াত অশুদ্ধি**—হৰিহৰ আতা মধুপুৰত গুৰুজনৰ লগত থাকোঁতে সত্ৰৰ পাঠক আছিল ৰামৰাম গোসাঁই। তেওঁ গুৰুজনত বিদায় লৈ, শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাৰ্য্যা কালিন্দী আই গোসানী, নাৰায়ণদাস ঠাকুৰ আতা, মথুৰাদাস বুঢ়া আতা, বিষ্ণু

আতা প্ৰমুখ্যে কামৰূপত সেৰকসকলক চাবলৈ বৰপেটাৰ ফালে উজাই আহিল। মাধৱদেৱ গুৰুজনে ভাটীৰ কেশক পুথি পাঠ কৰিবলৈ দিলে। তেওঁৰ লগত আৰু পাঁচ-ছয়জনমান পাঠক আছিল।

পাঠকে পুথি পঢ়ে, সকলোৱে একান্তমনে শুনে। কৰবাৰ একাৰ-ইকাৰ অশুদ্ধকৈ মাতিলে হৰিহৰ আতাই ভুল ধৰে। তাৰপৰা পাঠকসকলৰ মনত অসূয়া লাগিল, আৰু আতাক বাক্য-বচনে হিংসা কৰিবলৈ ধৰিলে, বোলে, "এওঁৰপৰা পঢ়িব নোৱাৰোঁ। সজকৈ মাতিলেও এওঁ ধৰে এৰিছে বুলি।" এইৰূপে গুৰুজনত কলত তেৰাই একো নেমাতিলে।

পাঠকে আকৌ পঢ়িবলৈ ধৰিলে, হৰিহৰ আতাই আকৌ ভুল ধৰে। পাচে বৰ দন্দ লাগিল। গুৰুজনত গোচৰ দিলে,—"হৰিহৰ আতাৰ কাৰণে পঢ়িবও নোৱাৰোঁ। থাকিবও নোৱাৰোঁ। আমি পাঁচক লাগেনে তেওঁক অকলে লাগে? হয় তেওঁকে উলিয়াওক, নাই আমাকে খেদক।"

গুৰুজনে হৰিহৰ আতাক মাতি বুলিলে,—"তুমি মোৰ হৃদয়ৰ বস্তু। দোকানখন যে ভাগে! তুমি কাঁঠিতে বহিবা। সিহঁত যে চাৰিও গুচে।" প্ৰসঙ্গৰ বেলিকা সবাৰে আগত হৰিহৰ আতাক তেনেকৈ কলে।

গুৰুৰ বাক্য শিৰত ধৰি হৰিহৰ আতাই কঠ লৈ কাঁঠিতে বহিল। তাৰোপৰা অশুদ্ধকৈ পঢ়িলেই ধৰে। পাঠকসকলে

আকৌ গোচৰ দিলে, বোলে, “বাপ, তাত থাকিলে পঢ়িব নোৱাৰোঁ, শুদ্ধকৈ মাতিলেও তেওঁ হিংসাকৈ ধৰে।”

তাৰ পাচত গুৰুজনে হৰিহৰক বাজত খলাত বহিবলৈ কলে। তাতো বহি একাৰটো এৰিলেই ধৰে। পাঠকে আপত্তি কৰাত গুৰুৱে হৰিহৰ আতাক হাটীৰ কাঁঠিতে বহি শ্ৰৱণ কৰিবলৈ কলে। তাৰোপৰা অশুদ্ধ হলেই ধৰে। পাঠক কিজনে গোট হৈ গুৰুজনক কলেগৈ, বোলে,—“বাপ, হৰিহৰে পাঠ শুনিলে মাতিলে আমি পঢ়িবও নোৱাৰোঁ, ইয়াত ৰবও নোৱাৰোঁ। এফালে গুচিহে যাম।”

গুৰুজনে আতাক মাতি আনি কলে,—“আপুনি নিৰ্ম্মিলা শাস্ত্ৰ, তাকো পঢ়া হুয়া ছাত্ৰ। নাগাই নুশুনিয়েই হৃদয়তে দহো পাই আছা তুমি, সিহঁত যে ভাগে! তুমি পাঠকে শুনিব নেলাগে। হাটীত বহি থাকিবা, নেমাতিবাও আৰু।”

গুৰুৰ বাক্য মানি হৰিহৰ আতাই অন্যান্য ভকতৰ সঙ্গত হাটীৰ বহাতে বহি গীত পদ ভটিমা ঘোষা চৰিত্ৰ তোলে। সত্ৰত নাম পাঠ শুনোতা প্ৰায় নাইকিয়া হ’ল, সকলোটি হৰিহৰ আতাৰ হাটীলৈ আহিবলৈ ধৰিলে, নাম-প্ৰসঙ্গও সেৰেঙ্গা হ’ল। ভকতসকলে গুৰুজনত লগালে বোলে,—“বাপ, হৰিহৰে আপোনাক ভাঙ্গি অধিকাৰ হব খুজিছে। তেওঁৰ বহাত ৰাতিয়ে-দিনে মেল-আলচ হয়। মিছা কওঁ যদি মানুহ দি চাওক। তেওঁ কিবা এটা নতুন মতো উলিয়াইছে।”

গুৰুৱে হৰিহৰ আতাক মাতি ৰংকৈ বোলে,—“তুমি হেনো

আমাৰ উপৰি মহন্ত হব খুইছা, হয়নে? তুমি দেখো আগৰে-পৰা অধিকাৰতকৈ অধিক। এতিয়ানো কি হব লাগে? খলুৱাই চোন এইবোৰ কয়।”

**মঙ্গলবৰীয়া শিয়ালৰ দৃষ্টান্ত**—হৰিহৰ আতাই তুখ কৰি মঙ্গলবৰীয়া শিয়ালৰ দৃষ্টান্ত দিলে। এটা মঙ্গলবৰীয়া শিয়ালৰ বৰ মন গল ৰজাৰ শ্ৰীমুখ চাবলৈ। এদিন ৰজা ওলাওঁতে সি বৰদুৱাৰৰ মুখতে মৰাৰ ভাও ধৰি পৰি থাকিল, ৰজা সেই দুৱাৰেদি গলে দেখা পাম বুলি। মানুহে শিয়ালক দেখি বোলে, --“মঙ্গলবৰীয়া শিয়ালৰ নেজ লাগে ঔষধলৈ।” এইবুলি নেজ কাটি লৈ গ’ল। ইটোৱে বোলে কাণ লাগে, সিটোৱে বোলে নাক লাগে ঔষধলৈ। খেনোৱে নিলে দাঁত কাটি, খেনোৱে নিলে নখ। ৰজা ওলাই আহিছে, এটাই বোলে, “ইয়াৰ আগমঙ্গহ লাগে।” শিয়ালে বোলে,—“নাক কাণ সব নিলে, ৰজাৰ শ্ৰীমুখ চাবলৈ দুৱাৰত শুলোঁ, এতিয়া আগমঙ্গহতে হাত দিলে, বধেহে!” এইবুলি উঠি প্ৰাণৰ ভয়ে লৰ মাৰিলে।

এই দৃষ্টান্ত দি হৰিহৰ আতাই কলে,—“আমিও গুৰুজনৰ শ্ৰীমুখ চাই শৰীৰ পেলাবলৈ মন দিলোঁ। সেৰকৰ পৰা নোৱাৰি, আগমঙ্গহত হাত দিলেহি, যাবহে লাগে। শ্ৰীকৃষ্ণ ঈশ্বৰে গোপী আইসৰত কৈছে,—বিদূৰত থাকি কৰা শ্ৰৱণ কীৰ্ত্তন, বাঢ়ে মোত ভকতি নিৰ্ম্মল হয় মন।” এইবুলি উৰাল, উৰালবাৰি, দুৱাৰ, মেকুৰী, এই চাৰিটা বস্তু লগত লৈ হৰিহৰ আতাই গুৰুজনক সেৱা-বিদায়কৈ গল।

গুৰুজনে তুখৰীয়া খাণ্ডাত পৰি ভাবিবলৈ ধৰিলে,—"হৰিহৰ আতাক ৰাখিলে সাতজন ভকত ভাগে কেশৰে গোট হৈ। নেৰাখিলে কৃষ্ণৰ লগত প্ৰাণ গল বসুদেউ দৈৱকীৰ দৰে।" গুৰুজনে খেদ কৰি তুটি গীত কৰি আতাৰ পাচে-পাচে গ'ল। প্ৰথম গীতটিৰ ৰাগ বসন্ত, "হৰি হেৰৰে বাপ, পশিলোঁ শৰণে"; দ্বিতীয় গীতটিৰ ৰাগ ভাটিয়ালী, "মোৰ পতিত পাৱন প্ৰভু হৰি হেৰৰে, বাপ, কিনা গতি হইল হামাৰে।"

**ভাটৌকুচীয়া আতা কেশচৰণৰে সাক্ষাত**—মধুপুৰ এৰি হৰিহৰ আতাই চেপেটিমৰা বিলৰ পাৰৰ সৰিয়হতলিৰ চালিতে নিশাটো কটালে। পিচদিনা পুৱা গৰখীয়া লৰাই বহা কৰি খৰি পাত মাছ শাকৰ যোগান দিবলৈ ধৰিলে। আতাই ভিক্ষাকৈ এসন্ধ্যা ভোজন কৰে।

এনেতে ভাটৌকুচীয়া আতা কেশচৰণ মধুপুৰলৈ আহি হৰিহৰ আতাক নেদেখি তুখ কৰিলে। গুৰুজনে কলে,— "আমাক হৰিহৰে এৰিলে!"

কেশচৰণে কলে,—"বাপ, জলসাগৰ এৰিনো ৰাঘ জীয়েনে? বাপ, চাব খোজোঁগৈ।"

গুৰুৱে বোলে,—"যোৱা, পাৱা যদি আনিবা।"

কেশ আতাই বিলৰ ইপাৰৰ পৰা গৰখীয়া লৰাক মাতি কলে,—"আতাক কগৈ কেশই মাতে বুলি।"

হৰিহৰ আতাই কলে,—"এক কেশৰ প্ৰতাপত থাকিব নোৱাৰি সত্ৰ এৰি আহিলোঁ, কেশ কালে ইয়াতো পালেহিহে!"

এই বুলি চাৰিটা বস্তু বান্ধি তাৰ পৰা যাবলৈ ওলাল। লৰাহঁতক কলে, “সোধাচোঁ, কেশ উজানৰ নে ভাটীৰ?” ভাটৌকুচীয়া কেশচৰণ আতাই বলে, “উজানৰ বুলি কহঁক।”

সেইবুলি কোৰাত হৰিহৰ আতাই নাৱত উঠি গুৰিয়াল হৈ নিজে বঠা বাবলৈ খুজিলে। ভাটৌকুচীয়া আতাই বোলে, “নহয়, মইহে নিবলৈ আহিছোঁ।” এইবুলি নাও বাই নিবলৈ ধৰিলে, আৰু কলে বোলে, “আতা, তোমাহেন পুৰুষক কণ্ঢাৰি পালোঁ। যদি কি ভৱ সংসাৰত তৰিবলৈ নৌকাযান হৈ পাৰ কৰিবলৈ পালোঁ, মোৰনো কি বল আৰু?”

এইদৰে দুয়োজন আতা নাৱেৰে যাবলৈ ধৰিলে। বাটত নাও ৰাখি প্ৰসঙ্গ কৰিলে। ভাটৌকুচীয়া আতাই পুথিৰ পদ পঢ়িলে,—“অচিৰ কালতে পায় হৰিভকতক মিত্ৰ।”

হৰিহৰ আতা,—“শত্ৰু বুলি মতা যক।”

কেশচৰণ আতা,—“অক্ষৰ পাঠত মিত্ৰহে আছে।”

হৰিহৰ আতা,—“মাতা, পাচলৈ, হবগৈ।”

ইয়াৰ পাচত ভোজনৰ দিহা কৰিলে। হৰিহৰ আতাই মাছ কাটি মাজৰে আঠ আঙ্গুল গুৰুজনলৈ থৈ চাউল বহাইছে। ভোজনান্তে মুহুদি কৰি দুয়ো বহিল। হৰিহৰ আতাই সুধিলে,—“কাহানি পালাহি? আহিলা কিয়?”

কেশচৰণ আতাই সেৱা কৰি বোলে,—“চাবলৈ আহিছোঁ, গুৰুজনক এৰিনো কিয় অহা হল?”

হৰিহৰ আতা,—“হৰিপো, সদাগৰে চাম কাঠৰ নাও লৈ লাখ

টকা ঘটে বণিজকৈ। ঘৰলৈ উভতি আহি নাও ডোৱাৰ ডোবাত থয়, তাতে ৰ'দে বৃষ্টিয়ে হিমে নাও ফাটে হেলাতে। আৰু চহকী মানুহে গৰু ম'হ লৈ লাখ টকাৰ ধান মাহ সৰিয়হ গুৰ আৰ্জ্জি খায়, বেচেও। বুঢ়া হলে গৰু ম'হ দল-পঙ্কত পৰি মৰে, ঘাঁহ পানী চালি দিয়ক ছাৰি কি হৈছে বুলি কোনেও নেচায়। কথাতে কয় বোলে,—"আগেয়ে আছিলোঁ লাগী, ভাল খালোঁ ললোঁ জাগি, এতিয়া হলোঁ চেৰেলী গাই, জাকতো নিদিয়ে ঠাই।"

কেশচৰণ আতা,—"নহয়, আতা, গুৰুজনে নিবকে দিছে।"

হৰিহৰ আতা,—"কিয় মিছা কোৱা? এই কঠতে বহি নাম গাই কথামুখে আছিলোঁ গুৱা খাই।" কেশচৰণ আতাই শুনি আচৰিত হ'ল। সেৱা-বিদায় কৈ আহিল।

আহিবৰ বেলিকা হৰিহৰ আতাই মাছ খুটৰি দি ভাটৌ-কুচীয়া কেশচৰণ আতাক বোলে,—"গেলাত কবা মোৰ চৰণ যেন নেপাহৰে।" পথত কেশচৰণ আতাই ভাবিবলৈ ধৰিলে, গুৰুজনক এনে কথা কিয় কলে?

গুৰুজনক সেৱা কৰি কেশচৰণ আতাই মাছ খুটৰি দিলে। বাৰ্ত্তাবিদ সুধি গুৰুজনে কলে,—"আমালৈ কি কলে?"

কেশচৰণ আতাই ঘেঁহাই উত্তৰ দিলে "নাই একো কোৱা।"

মাধৱদেৱ, "কিবা কৈছে হবলা?"

কেশচৰণ, "বাপ, নেলাগে সুধিব।"

মাধৱদেৱ, "কোৱাঁ, তাৰা বুলিছে, তুমি কি কবলৈ ?"

কেশচৰণ, "হৰিহৰে তাৰাৰ চৰণ নেপাহৰিবলৈ গুৰুজনক ধৰিছে। ভুলতে কলে নে কি ? তেৰাচোন জনা লোক।"

গুৰুৱে এটি আহিঁ দিলে, "এক আত্মা শ্ৰুতনদীৰ তীৰত ধৈৰ্য্যে বৃক্ষত আছিল। মোহপাকে সেই বৃক্ষক খহাই পেলালে অনেক বিকাৰ লতা সৈতে। কাল নদীত পৰি খেদ কৰিলে, বোলে, "মাও যায় কেনি ? পক্ষী জিৰায় ক'ত ? লতা বগায় কাহা ? মৰি বৃক্ষৰ দৰে হৰিহৰে পৰোক্ষত আমাৰ হিতকেহে চিন্তিছে।" এই কথা শুনি হৰিহৰ আতাই খেদ-বিৰকত লাগি ছমাহ বৈ চাৰিটা বস্তু লৈ গুচি গ'ল।

**কৃষ্ণ সতৰীয়াৰ বাৰীত হৰিহৰ আতা**– তাৰপৰা গৈ হৰিহৰ আতা কৃষ্ণ সতৰীয়াৰ বাৰীত থাকিলগৈ, গাৱঁৰ নাম জিকাপুলি বাৰী। সতৰীয়াই এটি বহা দিলে, আৰু মহা-শ্ৰদ্ধাৰে গুৰুবোধে সেৱা ধৰিলে। চাউল-পাত লোণ তেল মাছ খৰি সকলো দিলে, আতাই নাম-কীৰ্ত্তন কৰি কাল কটালে। সতৰীয়াৰ মাক হৰিপ্ৰভা আয়ে এদিন বাট মাছ এটা পাই বাছিছে। ইফালে নাতিয়েকে গৰু চৰাবলৈ ওলাই শুদা পানী দিয়া ভাত খাবলৈ দিয়া দেখি কান্দিছে। বুঢ়ীয়ে মাছটোৰ ফিচা এটুকৰি কাটি দিলে নাতিয়েকে পুৰি খাবলৈ। বাকী ডোখৰ মাছ আতাক খাবলৈ দিলে। আঞ্জাত দিবলৈ চাই দেখে মাছৰ এডোখৰহে আছে, গোটেইটো মাছ নাই।

বুঢ়ীয়ে প্ৰাৰ্থনাকৈ কলে বাকী ডুখৰি মাছ নাতিয়েকক দিলে বুলি। আতাৰ খং উঠি বোলে, "ঐ পাপীষ্ঠি, দিয় যদি দেখাই মোত কৈহে দিব পাৰ। এনেকৈয়ে তই অতদিন মোক খুৱাইছ!" এইবুলি বিৰকত লাগি উৰাল, উৰালবাৰি, ডুৱাৰ, মেকুৰি, এই চাৰিটা বস্তু লৈ গুচি গ'ল। কৃষ্ণ সতৰীয়াৰ বাৰীত এবছৰ আছিল।

**ৰঘুপতি সতৰীয়াৰ বাৰীত**—তাৰপৰা গৈ হৰিহৰ আতা ৰঘুপতি সতৰীয়াৰ বাৰীত ৰলগৈ, গাৱঁৰ নাম মৰিচবাৰী, সতৰীয়াই এটি বহা কৰি দিছে, আৰু মহাশ্ৰদ্ধাৰে সেৱা ধৰিছে। আতাৰ কিন্তু সকলোতে বৈৰাগ্য ভাব। এদিন সতৰীয়াৰ সৈতে হাটলৈ গৈ আতাই গুৰৰ টেকেলি দুটি আনিলে, সতৰীয়াই আনিলে এটি। আতাই এটি গুৰ আঁউসী একাদশীত খাই আনটো থৈ দিছিল পাচলৈ খাম বুলি। এনেতে চিদাই ঠাকুৰীয়া নামে দুষ্ট মানুহ এটাই সতৰীয়াক গুৰৰ টেকেলিটো খুজিলে। নিদি আতাৰ পৰা নিবলৈ কলে। চিদায়ে আহি আতাক বৰকৈ ধৰিলে গুৰৰ টেকেলিটোৰ কাৰণে। আতাই টেকেলিটো দি পঠাই কলে,—"সতৰীয়া হৈছে চিদাইৰ গঞা মানুহ, সি তাৰ টেকেলিটো দিব পায়, তাকে নিদি দুষ্ট শঠক লগাই দিছে মোৰপৰা নিবলৈ। নিদিলেও অনেক নিন্দাবাদ কৰিলেহেঁতেন। ইয়াত থকা সজ নহয়।" এইবুলি বিৰকত লাগি আতাই চাৰিটা বস্তু লৈ সেই ঠাই এৰিলে। ৰঘুপতি সতৰীয়াৰ বাৰীত আতা আঢ়ৈ বছৰ আছিল।

**লক্ষ্মীপতি সতৰীয়াৰ বাৰীত**—তাৰপৰা গৈ লক্ষ্মীপতি সতৰীয়াৰ বাৰীত থাকিলগৈ, গাওঁৰ নাম জালুকবাৰী, সতৰীয়াই এটা গৃহ বান্ধি মহাপুৰুষাৰ্থৰে সেৱা-শুশ্ৰূষা কৰিছে।

এদিন সতৰীয়াই কলে,—“আমাৰ গোলামে খেতি কৰিছে, তাৰে চাহ মাটি এহালিচা, ইয়াৰ বিছ নল মাটি আপোনাৰ নামে সিঁচি থব, মই চাউল কৰাই দিম।” আতাই সেইমতে বিধান বলেগৈ।

জেঠত খন্তা লৈ নিৰাবলৈ যাওঁতে সতৰীয়াৰ মানুহে বোলে,—“আপুনি কি নিৰাব? যকগৈ, আমি অতাম।”

ধান পকাত দাবৰ নিমিত্তে আতাই কাচি লৈ গল। সতৰীয়াই বোলে,—“আতা, আপুনি যকগৈ। মই দাই নি মাৰি বাখৰু পাতি ভৰাই দিমগৈ।” তেনেকৈ আনি ভণ্ডাৰত ধান জাপি থলে।

আতাই নিজৰ ভাগৰ ধান বিচৰাত সতৰীয়াই কলে,— “আতা, আপুনি কি সৰাব? আমি শুকুৰাই মাৰি চাউল কৰাই দিম।”

আতাৰ খং উঠিল, বোলে,—“মই কাহানি ইয়াক ধন-মাটি খুজিছোঁ? ই যে দিওঁ বুলি তুতুৰাই লঘু কৰে! ইয়াত থকা সজ নহয়” এইবুলি বিৰকত লাগি চাৰিটা বস্তু লৈ তাৰপৰা গুচি গ'ল। লক্ষ্মীপতি সতৰীয়াৰ বাৰীত চাৰি বছৰ আছিল।

**পদ্মপাণিৰ বাৰীত**—তাৰপৰা গৈ পদ্মপাণিৰ ঠাইত থাকিল, গাওঁৰ নাম চটাবি। গৃহস্থই ঘৰ এটি কৰি দি গুৰুবোধে

সেৱা-শুশ্রূষা কৰিলে। এদিন চ'ত মহা হৰিহৰ আতাৰ ঘৰত চোৰ সোমাল। সৰ বস্তু লৈ আতাৰ গাৰ বস্ত্ৰ চুব খুজিলে। আতাই বোলে,—"নুচুবি মোক। যি পাইছ তাকে লৈ যা।"

চোৰ আকৌ আহিল। আতাই এখন্ন বস্ত্ৰ ৰাখি বাকী কিখন পেলাই দি বোলে,—"ইয়াকে লৈ যা, গৃহস্থই পালে দেহা মাৰিব।"

চোৰে বাজলৈ গৈ আকৌ আতাক চুবলৈ আহিল। আতাই গাৰ বস্ত্ৰখনো দিলে, বোলে,—"লৈ যা, পাপী, গুচ।" আন্ধাৰত চোৰে সিন্ধি সৰকিবলৈ টান পালে, বাজলৈ ওলাই ঘূৰি-পকি আকৌ আহিল কাপোৰ নিবলৈ। নেদেখি থৈ গল। এইদৰে ভিতৰ-বাহিৰ অহা-যোৱা কৰোঁতে পুৱতিয়া হলহি।

চোৰে আতাৰ আগত দণ্ডৱতে পৰি বোলে,—"তুমি ঈশ্বৰ। আতাই কলে,—"লৈ যা, তোক শুদ্ধমনে দিছোঁ। তই বৰ দুখ পাইছ।" চোৰে কাতৰ-কাকুতি কৰি গুচি গ'ল।

তাৰ পাচত আতাই পদ্মপাণিৰ মাক জৰাঠী বুঢ়ীক সকলো দ্ৰব্য-বস্তু দিলে। আতাই খংকৈ দিয়া দেখি পুতেকে শপিব বুলি বুঢ়ীয়ে নিনিলে। আতাই বোলে,—"বুঢ়ী, নে মই শুদ্ধ মনেৰে দিছোঁ।" বুঢ়ীয়ে ভু নেপাই বোলে—"দাসীয়ে চুবই নোৱাৰোঁ।"

আতাই জুই একুৰা খুজি আনি সৰ কাপোৰ তাতে পেলাই দিলে। বুঢ়ীয়ে আধাপোৰা কেডোখৰমান কাপোৰ তুলি ললে। আতাই খংকৈ বোলে,—"পিশাচী, মই দিয়াত নিনিয়, এতিয়া

হলে নিয় আমাৰ বাক্য পেলাই ?” এইবুলি বিৰকত লাগি চাৰিটা বস্তু লৈ গুচি গ’ল।

**সুখবৰ দলৈৰ বাৰীত**—তাৰ পাচত হৰিহৰ আতা আহি সুখবৰ দলৈৰ বাৰীত থাকিলহি, গাৱঁৰ নাম নাগৰখলা। আতাই চাৰিটা ঢাপ মাৰি কল তামোল পাণ টেঙ্গা জৰা ৰুলে, পাঁচ বছৰৰ মূৰত লাগিল। দলৈৰ জীয়েক এজনী আছিল, আতাই তাইৰ নাম জাপৰী থলে। জাপৰীয়ে আতাক নিতে পৰিচৰ্য্যা কৰে। এদিন সৰু মাছ জকাই বাই আনি ধুই দিলেনি, তাতে শামুক এটা গল। ‘এই অনাচাৰে এনেকৈহে দি খুৱাই জাত মাৰিলে’, এই বুলি চাৰিটা বস্তু লৈ ঘৰ-বাৰী এৰি তাৰপৰা গুচি গ’ল।

**হৈনাথ চৌধাৰীৰ বাৰীত**—তাৰপৰা গৈ বেতনাৰ হৈনাথ চৌধাৰীৰ বাৰীত ৰলহি, ভিটাৰ নাম মাধপুৰ। আতাই এটা ঘৰ কৰি ভিক্ষাকৈ প্ৰৱৰ্ত্তে হৰিগুণ গাই। চৌধাৰীয়ে মাছ পহু মাৰি খায়, আৰু নিতৌ আতাৰ আগত যশস্যা কৰেগৈ এইদৰে খালোঁ ললোঁ বুলি।

আতাই সহিব নোৱাৰি এদিন যোগবলেৰে এজাক গাহৰি আনি আওতনি ঠাইত বিষ্ঠা মূত্ৰ ভক্ষণ কৰাই ফুৰাই দেখুৱালে। আতাই বোলে,-“চা, শূকৰে খুটিছে। মোৰ পৰমগুৰু শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তনত দি গৈছে,

‘কৃষ্ণ কথা এৰি সাতেপাঞ্চে বেৰি
আন কথা কৈ থাকে।

অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গাণ্ডি শূকৰৰ জাকে ॥'

তই গুৰু-ভকত বৈষ্ণৱ-ব্ৰাহ্মণ অতিথি অভ্যাগতক দিলিহেঁতেন খুৱাই তেহে। তই শিশ্ন উদৰত ভাৰ্য্যা-পুত্ৰে খাই নিতে যশস্যা কৰহি। সেইদেখি গুৰুৱে তাক পুৰীষ বুলি কৈছে। কোনে তাক প্ৰশংসা কৰে? তোৰো তেনেহে! খাই যশ কৰহি মোত!" এইবুলি বিৰকত লাগি চাৰিটা বস্তু লৈ গুচি গ'ল।

**ৰামৰাম আতৈৰ গৃহত**—তাৰ পাচত ৰামৰাম আতৈৰ গৃহত ৰলহি। ভিটাৰ নাম মইনাবৰী। এদিনা আতৈৰ পত্নী সুচৰিতাৰ মাহেকীয়া লঘোন লাগিল। গৰু এজনী খীৰায়, তাৰে গাখীৰ হৰিহৰ আতাক দিয়েনি। এদিন আতৈয়ে গৰু খীৰাই পাত্ৰত থৈ পথাৰলৈ গ'ল। সুচৰিতাৰ ভায়েকে কৰ্ম্মলৈ বুলি গাখীৰ খুজিলে। বায়েক সুচতিৰাই চাইদিনীয়া গা ধুই আহি আতালৈ সজকৈ থৈছে বুলি গাখীৰখিনি চাই তাৰে অলপমান ভায়েকলৈ দি পঠালে। পথাৰৰ পৰা আহি ৰামৰাম আতৈয়ে স্নান গুৰুসেৱা কৰি হৰিহৰ আতালৈ গাখীৰ দি পঠালে। আতাই বোলে,—"দুদ লৈ যা, ই বৰ্জ্জনীয়।"

ৰামৰাম আতৈয়ে বোলে,—"মইহে দুদ থৈছোঁ, ই দুদ সজ।" আতাই বোলে,—"তোৰ পত্নীত সোধগৈ।"

সোধাত সুচৰিতাই কলে,—"ভাইক দিওঁতে চাবৰ হয়।" তেহে মেলি চাই দেখে গাখীৰখিনি তেজ হৈ আছে। ইয়াকে

শুনি আতাই বোলে,—“আজি মহাপুৰুষ গুৰুৱে নৰখা হলে সৰ্ব্বনাশ হলোঁহেঁতেন!” এইবুলি চাৰিটা বস্তু লৈ আতা তাৰ পৰা গুচি গ’ল। মইনাবৰীত ন-মাহ আছিল।

**হাইঠাবাৰীত। আতাৰ পত্নী গ্ৰহণ**—তাৰ পৰা আহি হৰিহৰ আতা বেহাৰৰ হাইঠাবাৰীত ৰলহি বস্তিৰ দূৰ হৈ। মহাপুৰুষ মাধৱদেৱ তেতিয়া বেহাৰৰ মধুপুৰ থানত আছিল। এদিন কোচবেহাৰৰ ৰজা লক্ষ্মীনাৰায়ণে গুৰুজনক কলে যে উদাসীন হৈ থকাতকৈ বিবাহ কৰি আশ্ৰমী হোৱাই ভাল, বোলে,—“আহাৰ, মৈথুন, নিদ্ৰা, ই হৈছে প্ৰকৃতিৰ মায়া, ব্ৰহ্মাৰ সৃজনা। চাৰিও মুঠি জীৱই ইয়াৰ হাত সাৰিব পৰা নাই, মহাসিদ্ধ যোগেশ্বৰ নাৰদ, প্ৰহ্লাদ, সনক, সনন্দ, শুক এই সৱত বাজে। বিষয় কৰি ধৰা সৱ সজ, নকৰা সৱে মন ৰাখিবলৈ টান পায়।” গুৰুজনে ভকতসকলক মাতি আনি বোলে,—“আতৈসৱ, যাৰ মন চলে বিষয় কৰাহঁক। যাৰ নাই, অলঙ্কাৰ আমি দিওঁ। দেহৰহে দুখ, ভক্তি হানি নহয়। পৰস্ত্ৰী হাত-কাচত হে জীৱৰ দুখ।” গুৰুজনে হৰিহৰ আতা, জনাৰ্দ্দন আতৈ, মুকুন্দ আতৈ, এই তিনিৰো নাম ধৰি কলে। মুকুন্দ আতৈয়ে কলে, বোলে,—“বাপ, তোমাৰ লগত কতোৰ দহ ষোল কুৰি বছৰ পাৰ হল। মন বান্ধিবৰ ছাড়ি বঢ়াই বিষয় কৰিবলৈহে দিয়ে?” তেওঁ বিবাহ নকৰি উদাসীন হৈ ৰল। হৰিহৰ আতা আৰু জনাৰ্দ্দন আতৈয়ে বিয়া কৰিবলৈ থিৰ কৰিলে।

হৰিহৰ আতাই গুৰুবাক্য ৰাখি লক্ষ্মীনাৰায়ণ ৰজাৰ ৰাজ-মাও আইধাইলৈ বুঢ়াভগীয়াৰ জৰীয়তে কোৱালে বোলে,—"মোলৈ এটি চন্দ্ৰবিপ্ৰৰ ছোৱালী বাচি দিয়ক, মই বিয়া কৰাওঁ।"

আইধায়ে বুঢ়ীপো আতৈ, বুঢ়া জয়ানন্দ, চাৰিন্দীয়া চিৰাম, এওঁলোকলৈ বাৰ্ত্তা পঠিয়াই কন্যাৰ কাৰণে সোধালে, বোলে, "হৰিহৰ আতাই গুৰুবাক্য ৰাখি বিবাহ কৰিবলৈ ওলাইছে। আনক মায়াই নচায়, তাৰাই মায়াকে নচাব।"

আইধায়ে এটি সৰ্ব্বসুলক্ষণী সুন্দৰী কন্যা পাই আতাক কলে। আতাই বোলে,—"এইটি সজ নহয়, আন এটি চাওক।"

আকৌ চাই এটি পাই কলেগৈ, বোলে,—"সজ, গোৰা, সুন্দৰী কন্যা এটি পোৱা গৈছে।" আতাই বোলে, "আন এটি চাওক, এইটি সজ নহয়।"

আইধায়ে কন্যা এটি বিচাৰি পাই আতালৈ বাৰ্ত্তা দিলে বোলে, "এজনী গেন্ধেলী ছোৱালী পোৱা হৈছে।"

পাচে সত্য বৰদলৈৰ কন্যা, নাম সত্যা, তেওঁত চকু পৰিল, বোলে,—"সজ ছোৱালী বচা গল। এইজনীৰ গঢ়পিত নাই, ফেদেলী।" আতায়ো সেই কন্যাকে সজ বুলি বাচিলে বিয়া কৰিবলৈ। আইধায়ে ছকুৰি টকাৰ অলঙ্কাৰ সজাই সত্যাক হৰিহৰ আতালৈ বিয়া দিলে। আতাই বোলে, 'বিয়া কৰিছোঁ হয়, বাক্যত নচলিলে এৰি দিয়া যাব।"

ঘৰলৈ আনি আতাই সত্যাক কলে,—“কাণী, তই পৰ-পুৰুষৰ মুখ নেচাবি, পৰৰ দ্ৰব্য গ্ৰহণ নকৰিবি, বস্ত্ৰ নেদাঙ্গিবি। আমাৰ বাক্য ৰাখিলে তোৰ ঊৰ্দ্ধগতি হব, তোক ৰাখিম, বাক্য এৰিলে তোক এৰিম।”

দহ বাৰ দিনৰ পাচত পত্নীক মনোমোহা বস্ত্ৰ-অলঙ্কাৰ পিন্ধাই চাই দেখে যে অতি সুন্দৰী কন্যা, সতী পাৰ্ব্বতী সম, চন্দ্ৰ সূৰ্য্যই ৰথ ৰাখি তন্তি এখন্তেক চাব। আতাই ভাবিলে,— “ঐ দুৰ্জ্জন পামৰ বিৰাল মন, বিষয় ভোগ ইচ্ছা কৰ যে কৰ্।” এইবুলি উৰালবাৰিৰে মাটিত তিনটা খুন্দা মাৰিলে। সত্যাৰ সকলো অঙ্গ কোচ খালে ভয়ত কম্পমান অত্ৰাহি হৈ। আতাই কলে,—“কাণী, অনাদিকালৰে পৰা পশু পক্ষীয়ে ইয়াক ভোগ কৰি আহিছে। ভাৰতবৰ্ষ ধন্য, কলিত ৰামনাম লৈ তৰিবৰ ইচ্ছা কৰ্, ই বস্তু আন জন্মত নাই, ইয়াক পাই আশা নকৰিবি ক্ষুদ্ৰ বীভৎস বিষয়লৈ।”

এদিন আইধায়ে বুঢ়াভগীয়াত কৈ আতালৈ প্ৰাৰ্থনা কৰি জনালে, বোলে,—“মোৰ আইটি সৰ্ব্বসুলক্ষণী সুন্দৰী। আতাই কাণী বোলে, শুনিবলৈ ভাল নেলাগে।” আতাই বোলে,— “আমাৰ গণকৰ গণকালি দেখি কাণী বোলাত দোষ নাই যা, কবি।”

**সত্যা আইৰ স্বামীবাক্য লঙ্ঘন।**—এদিন বাটেদি বিয়া এখন গৈছিল। সত্যা ছোৱালী মানুহ, লোভ সামৰিব নোৱাৰি বেৰ জুমি বিয়া চালে। আতাই বেৰৰ বাজৰপৰা মাত লগালে,

—"মই পৰপুৰুষৰ মুখ চাবলৈ হাক দিছিলোঁ, তইং বিয়াখন চালি। কাণী, আমাৰ বাক্যটি পেলালি, চা।"

এদিন সুঁতি এটা পাৰ হৈ সত্যা পেহীয়েকৰ তালৈ গৈছিল। কাপোৰ দাঙ্গি সুঁতি পাৰ হোৱাত কাপোৰ নিতিতিল। আতাই বোলে, "কাণী, পানী কিমান হল?" বোলে, "আঠুসম হল।" আতাই বোলে,—"আমাৰ বাক্য পেলালি? তুইবাৰ ক্ষেমিলোঁ, তিনিবাৰত তোক এৰা যাব।"

চ'তৰ বিহুৰ তিনি দিনৰ দিনা সত্যধৰ খুৰায়েকে আই সত্যাক ঘৰলৈ নিলে। আতাই বোলে,—"সান্দহ পিঠা নেখাবি, যা।" মাকে চিৰা পিঠা গাখীৰ চেনিৰে খাবলৈ দিলে। আতাৰ হাকবচন সুঁৱৰি সত্যাই নেখাওঁ বুলি কলে। মাকে খাবলৈ টানি ধৰিলে, বোলে,—"ভকতে খাবলৈ হাক দিছে হয়, আমিনো অন্ধলীনে? বছেৰেকৰ সংক্ৰান্তিত তই মাৰৰ পিঠা এডুখৰি নাখাবিনে? মোৰে শপত, খা।" পিঠা এডুখৰি তুলি লৈ কামোৰ মাৰিছে মাত্ৰ, আতা গৈ চুপে বৈ চাই থাকি বোলে,—"বাৰু কাণী, খা। তই এই তিনিবাৰ বাক্য পেলালি। তোক এৰি দিয়া হল।" এই কথা শুনি সত্যাৰ মুখৰ পিঠা সৰি পৰিল। কান্দি-কাটি ভাত-পানী এৰিলে।

পিচদিনা খুৰায়েক সত্যধৰে সত্যাক নি আতাক গতাই দিলেগৈ। আতাই বোলে,—"আমি কালিয়েই এৰি আহিলোঁ। এতিয়া লৈ যোৱা।"

সত্যধৰ, "বাপ, নি আমি অসন্তোষহে পালোঁ। পূৰ্ব্বে তোমাৰ পদতলে মৰিবলৈ দাসীক দিয়া হল, এতিয়া কিয় নিম ?"

সত্যাই কলে,—"খুৰা, তুমি যোৱাগৈ। তাৰাই এৰিলেও আমি এৰিম কিয় ? এই জন্মৰ দাসীনে ?" এনেকৈ কোৱাত খুৰায়েক ঘৰলৈ গুচি গ'ল।

আতাই সত্যাক ভিতৰ সোমাব নিদিলে, বাহিৰত চালিতে তিনি পক্ষ থাকিল।

এনেতে কামদেৱ সদৃশ সুন্দৰ পুৰুষ এজন আহিল। আতাই সত্যাক সেই পুৰুষক অৰ্পণ কৰিলে। সিও লৈ গ'ল। পুৰুষ-জন গল আগে-আগে, সত্যা গল পাচে-পাচে। গৈ মনোৰম গৃহ-বাৰী পাই তাতে ৰ'ল। নিশা একো ভোজন নকৰি শুলে। সেই পুৰুষজন কামভাৱত উত্তেজিত হল, অগ্নি লগাদি লাগিল। সত্যাৰ কাষ চাপিব খোজে, আতঙ্কিত হৈ হুহঁকি আহে। এনেকৈয়ে ৰাতি পুৱাল। সত্যাক আগত লৈ দাহ-তাপত থাকিব নোৱাৰা হ'ল। আনি শোধাই দিলেনি।

আতাই এটি ঘৰ কৰি তাতে থাকিবলৈ দি কলে,—"আমাৰ ভাবনা আজিৰ পৰা এৰি পেলাঁহক।"

সত্যা,—"মোৰ জন্মে-জন্মে মই তাৰাৰ চৰণৰ দাসী, কিঙ্কৰী, টিকৰ স্বামী।"

আতাই পত্নীৰ ডাঠ বুদ্ধি দেখি বোলে,—"স্বামী ভাও এৰি গুৰুবোধে চিন্তিব। দিনত অলপ খাব, আমাক পৰজন্মে পাবগৈ।"

সেইদৰে গাই খাই পত্নী সত্যা অলপতে বৈকুণ্ঠী হ'ল। আতাই তেওঁৰ ছকুৰি টকাৰ অলঙ্কাৰ, স্ত্রীয়ে এৰা বস্তু আনলৈ অসজ বুলি নৈত পেলাই দিলে। আতাও বিৰকত লাগি চাবিটা বস্তু লৈ গুচি গ'ল। হাইঠাবাৰীত আতা তিনি বছৰ আছিল।

**থুৰুহাবাৰীত হৰিহৰ আতা**—তাৰপৰা আতা থুৰুহাবাৰীত থাকিলগৈ। এদিন হৰিপুৰ গাৱঁলৈ যাওঁতে এজনী ছোৱালীয়ে আহি আতাক সেৱা কৰিলেহি। বোলে,—"মই সেই জাপৰী, আমাৰ বাৰীত যে আছিল ?"

আতাই বোলে,—"অ, ইমানজনী হলি, চিন হেৰাল, নিচিনোৱেই। তই মোক অনেক শুশ্রূষা কৰিছিলি।"

জাপৰী তেতিয়া গৰ্ভৱতী আছিল। আতাই বুঢ়া আঙ্গুলিৰে তাইৰ কপালত টিপা মাৰি বোলে, "তোৰ পুত্ৰ হব, ভকতধূলি নাম থবি।"

জাপৰীয়ে আতাক চাউল পাত মাছ পাচলি লোণ তেল খৰি দি সেৱা কৰিবলৈ ধৰিলে। তাইৰ লৰা এটি হ'ল। কপালৰ এঠাইত বগা লোম হল। আতাৰ কথা ৰাখি লৰাৰ নাম ভকতধূলি থলে।

হৰিপুৰ গাঁৱৰ প্ৰধান সাউদ আৰু জমিদাৰ আছিল হৰি চৰদাৰ। তেওঁৰ নৰিয়া টান হোৱাত বাজলৈ উলিয়ালে। চৰদাৰৰ বোৱাৰী জীয়াৰী সকলোৱে চৰদাৰক চাবলৈ আহিল। জাপৰীও গ'ল কেচুৱা কোলাত লৈ। যমদূতে চৰদাৰক ধৰি পাপীৰ সজাত ভৰাবলৈ খোজা মাত্ৰকে পুণ্যৱন্ত শিশু ভকত-

ধূলিক দেখি বান্ধ মেলি লৰ মাৰিলে। বুঢ়া হৰি চৰদাৰ উঠি বহিল 'ভকতধূলি, ভকতধূলি' বুলি। ভকতধূলি কোন, এইবুলি বিচাৰ লাগিল। জাপৰীয়ে কলে যে আতাই ধূলা দি গৰ্ভতে তাইৰ পুত্ৰৰ নাম দিলে ভকতধূলি বুলি। চৰদাৰে টকা এটি আৰু বস্ত্ৰ দি ভকতধূলিক সেৱা কৰিলে।

হৰি চৰদাৰ সুস্থ হোৱাত হৰিহৰ আতাৰ ধূলাৰ মাহাত্ম্য দেখি গোটেই গাওঁখনেই কাতৰ তুতি নিবেদনকৈ শৰণ প্ৰাৰ্থিলে। আতাই কলে,—"এই গুৰুভাৰ মহন্তৰহে। হাট ফাট খোৱা বিষয়াই অকল কৰ-কাটল লব পাৰে। আমি সকলোটি বেহা-বেপাৰৰ গিৰিহে। দান ললে জগৰৰ কথা। মূল ভাঙ্গিলে লাভ কৰিব ক'ত? গুৰুজন মধুপুৰতে আছে, তালৈকে যোৱা।" গাওঁখনেই গৈ মহাপুৰুষ মাধৱদেৱৰ শৰণ ললে মধুপুৰলৈ গৈ। আতা বিৰকত হৈ বোলে, —"পচা নাও, তাত শিল ভৰা দি বুৰাব খোজে!"

তাৰপৰা চাৰিটা বস্তু লৈ আতা গুচি গ'ল। থুৰুহাবাৰীত আতা সাত মাহ আছিল।

**ধুৰিয়নিবাৰীত হৰিহৰ আতা**।—তাৰপৰা গৈ আতা ধুৰিয়নীবাৰীত ৰলহি। হৰমণ্ডলৰ পুতেক হৰাই জেমাদাৰে আতাক গুৰুবোধে পৰিচৰ্য্যা কৰিবলৈ ধৰিলে। জেমাদাৰৰ ভক্তি দেখি আতাই তেওঁক আশ্বাস দি কৈছে, "পৰম বস্তু পাবা, ৰ'বা," বুলি।

এদিন আবেলি দুয়ো ওলাই গ'ল। পথাৰত এটা কলৰ

ছোঁ দেখিলে, মূৰত জাপি হাতত লাঠি। আতাই ছোঁৰ গাত লাঠিৰে দুটা টাঙ্গোন মাৰি জেমাদাৰক সুধিলে, বোলে,—"তই ইয়াৰ দৰে হব পাৰিবিনে ?"

জেমাদাৰে কলে,—"ইয়াৰ দৰে কেনেকৈ হম ? ই জড়. ছোঁ। ৰ'দে-বৰষুণে তিতে, শুকায়, তাপে শীতে হিমে পচে, অচেতন প্ৰায়।"

তাৰ পাচে সোণকোষ নৈ পাই আতাই জেমাদাৰক সাঁতুৰি পাৰ হবলৈ কলে। জেমাদাৰে ক'লে,—"আতা, ইয়াত বহুত শিহু ঘৰিয়াল, ভয় লাগে, নিব।"

তাৰ পাচত ধুৰিয়া বিল পাই আতাই মাতিলত বাৰেহাত দীঘল শিল এটা পানীত উটি আহিল। আতাই শিলত উঠি হাত-ভৰি ধুই বোলে, "যা"। শিল আকৌ উটি গ'ল। আতাই বোলে,—"ইয়াৰ দৰে হব পাৰিবিনে ?" জেমাদাৰে বোলে,—"বাপ, ই জড় অচেতন, শিলা, ইয়াৰ ক্ৰম কেনেকৈ হম ?"

আতাই বোলে,—"বৈচালীৰ পো হৈ পৰমাৰ্থ সোধ ? তিনিটা কথা কলোঁ, এটাত বৈ পাৰোঁ বুলিব নোৱাৰিলি। চেলাৰ বেটা, গুচ ! শুদা নৰনৌকা মোৰ, একেচাবেই দৃষ্টি বৈকুণ্ঠ পাবগৈ, শাল শল বাঁহ বন্ধাই জোপাত লগাই মাৰিব খোজ আজোৰ-পিজোৰকৈ।"

এইবুলি চাৰিটা বস্তু লৈ তাৰপৰা গুচি গ'ল। ধুৰিয়নি-বাৰীত আতা ন-মাহ আছিল।

**বেলাই থানাদাৰৰ ওচৰত**—তাৰপৰা গৈ বেলাই

থানাদাৰৰ সমীপত থাকিলগৈ। থানাদাৰে গুৰুবোধে শ্ৰদ্ধাৰে সেৱা ধৰিলে। শ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ নাতি পুৰুষোত্তম বৰঠাকুৰদেৱে পৰমাৰ্থ তত্ত্ব জানিব খুজিলে। ভটিয়াই যাওঁতে নাৰায়ণদাস ঠাকুৰ আতাই কলে, বোলে,—"আগেয়ে পৰমাৰ্থ নিবিচাৰিলা, এতিয়া ওলালা, ক'ত পাবা? যোৱা হৰিহৰৰ ঠাইলৈ।" ঠাকুৰ আতাৰ উপদেশ মতে বৰঠাকুৰদেও হৰিহৰ আতাৰ ঠাইলৈ গ'ল। আতাই আদৰ সম্মান কৰি আগবঢ়াই আনি পৰমতত্ত্ব শেষ কথা বুজালে, শ্ৰীকৃষ্ণদেৱৰ মহিমাৰে সৈতে।

মধুপুৰ থানত মহাপুৰুষ মাধৱদেৱৰ অন্তিমকাল উপস্থিত হোৱাত ৰামচৰণ ঠাকুৰে হৰিহৰ আতাৰ ঠাইলৈ বলাই আতৈ আৰু হৰিচৰণ আতৈ এই দুজন ভকতক পঠালে মাতিছে বুলি।

হৰিহৰ আতা গুৰুজনৰ ওচৰলৈ নগৈ কৈ পঠিয়ালে বোলে, "যোৱাহঁক, মই তুলাৰ ভাৰ বব লাগে বুলি পলাই ফুৰিছোঁ, পৰ্ব্বতৰ ভাৰ দিবলৈ মাতাহি? তালৈ গলে দুধৰীয়া খাওাত পৰিম, ধৰিব, কৰিব, সহিব, বব নোৱাৰি মৰিম গুৰুবাক্য পৰি। আৰু গুৰুজন চলাৰ কথা যি কৈছা মই মৰা মাধৱৰ ভকত নহওঁ যা। মোৰ গুৰুজন অযোনিজাত পুৰুষ। আদি অন্ত জৰা মৃত্যু শিশু যুবাত সনাতন নিৰ্গুণ; ব্ৰহ্ম হিয়াতে পাই আছোঁ; একতিলো এৰা-এৰি নাই।"

এইবুলি তাৰপৰা চাৰিটা বস্তু লগত.লৈ আতা গুচি গ'ল। বেলাই থানাদাৰৰ সমীপত পাঁচ মাহ আছিল।

ইপোনে গুৰুজনৰ শেষ কাল পালেহি, হলি যায়, বাক্য থকবক। হৰিহৰ আতা নাহিল। ভকতসকলে গুৰুজনক প্ৰাৰ্থনা কৰিলে, বোলে, "বাপ, ঈশ্বৰৰো আবিৰ্ভাৱ তিৰোভাৱ আছে। আপোনাৰ দেখোন এক ভাও ধৰা গৈছে। পাচলৈ বুলি যোৱা যায় কাক কি?

গুৰুজনে কলে,—"আমি কাক কি বুলিম? শ্ৰীশঙ্কৰ-দেউ বুলি যোৱা নাই পুত্ৰ নাতি। গুৰু ভাৰ ৰবৰ পাত্ৰয়েই নাই। আছোক গুৰুসেৱা, ভকতসেৱা কৰোঁতা নাই। সমূহে অতিথ শুশ্ৰূষা কৰিবলৈ যাকে বোলা বুলিবাহঁক। আৰু বামপানীত যেনেকৈ গুৰি-পিম্পৰা জ্বাকে উঠিলে মৃত্যু নাই, তোমালোকেও সবেও লগ নেৰি প্ৰীতিভাৱে গুৰুবাক্যত ৰৈ হৰিগুণ গাবা। মথ ভাঙ্গিলে অকলশৰীয়া পৰুৱাক সাপে বেঙ্গে জলে মাৰে, সেৱকৰো সেইমতে লোভ মোহ কাম ক্ৰোধ কাল কলি মায়া আবৃতকৈ জীৱ ৰাখে জন্ম লগাই।"

ভকতসকলক এই বুলি কৈ গুৰুজনে ঈশ্বৰ বস্তুক স্মৰি মূৰলৈকে কাপোৰৰে ঢাকি শয়ন কৰিলে। অলপ পাচে ৰাম-চৰণ ঠাকুৰে কাপোৰ দাঙ্গি চালে। দেখে শ্বাস-নিশ্বাস নাই। তেহে সেই থিতে এটা বৰ শব্দ উঠিল, বোলে, "মহাগুৰু পাত হ'ল, মহাগুৰু পাত হ'ল!"

**মৰণাৰাৰীত হৰিহৰ আতা**—বেলাই থানাদাৰৰ ঠাই এৰি হৰিহৰ আতাই মৰণাবাৰীত এটি পঁজা বান্ধি থাকিল। হৰাম পাটগিৰি আৰু হৈৰাম পাটোৱাৰীয়ে পৰমাৰ্থ আশাৰে

আতাৰ তালৈ আহি-গৈ থাকে, আৰু আতালৈ মাছ খৰি চাউল পাত লোণ তেল গুৱা পাণ শাক-পাচলি পঠিয়াই থাকে। “বাৰু, পাবাহঁক” বুলি আতাই হৰাম আৰু হৈৰামক পৰমার্থ বস্তুৰ আশা দি থাকে।

এদিন দুয়ো আহিছে, এনেতে ধুমুহা শিলাবৃষ্টি হল। গাৱঁলৈ যাবলৈকো দূৰৈ, তেওঁলোক দুয়োজনে আতাৰ ঘৰৰ ফালে খোজ ললে। তেওঁলোকক দেখি আতাই দুৱাৰ জপাই ভিতৰ সোমাই থাকিল। হৰাম আৰু হৈৰামে আতাক দুৱাৰ মেলিবলৈ কলে। আতাই নামাতি নুবুলি দুৱাৰ জপাই থাকিল। জাৰে বতাহে শিলে এওঁলোক অচেতন হ'ল, তথাপি আতাই দুৱাৰ মেলি নিদিলে।

হৈৰাম পাটোৱাৰীয়ে খং কৰি বোলে “আমি মৰিবলৈ ধৰিছোঁ তেও নেমাতে! মগনীয়া ভকতৰ ইমান গৰ্ব্ব! আমি একোটা লোক, টেলাইকে নকৰে!” এই বুলি হৈৰাম পাটোৱাৰী তাৰপৰা গুচি গল।

আতাই দুৱাৰ মেলি হৰাম পাটগিৰিক ভিতৰলৈ নি চুৰিয়া চাদৰ সলাই জুই সেক দিলত তেওঁ অলপ তৎ পালে। তাৰ পাচত আতাই পাটগিৰিক জলপান গুৱা দি পৰমাৰ্থতত্ত্ব বুজালে, আৰু কলে, বোলে, “আজি সৰ্ব্বনাশ! পৰীক্ষা নকৰি লোৱাহলে কি হলহেঁতেন! মোক আজি মহাপুৰুষ গুৰুৱে ভাল ৰাখিলে!” এইবুলি চাৰিটা বস্তু লৈ তাৰপৰা গুচি গ'ল। মৰণাবাৰীত আতা চাৰিমাহ আছিল।

**হিৰাবাৰীত হৰিহৰ আতা**—তাৰপৰা গৈ হৰিহৰ আতাই হিৰাবাৰীত বহা বান্ধি থাকিল। গোপাল আতাই যদুমণি আৰু ৰামচন্দ্ৰ বুঢ়াগুৰুক পঠাই হৰিহৰ আতাক চাৰিটা প্ৰশ্নৰ সিদ্ধান্ত সোধালে. প্ৰথম, ভকতক ষাণ্ঢ বোলে কিয় ? দ্বিতীয়, গুৰুজনক গেলা বুলিলা কিয় ? তৃতীয়, গুৰুজন চলাৰ সময়ত কিয় নগল ? চতুৰ্থ, ছকুৰি টকাৰ অলঙ্কাৰ সেৰকত নলগাই নদীত পেলালে কিয় ?

এই চাৰিটা প্ৰশ্নৰ সিদ্ধান্ত হৰিহৰ আতাই এইৰূপে দিলে।—

প্ৰথম, ভকতক ষাণ্ঢ বুলিলোঁ, কাৰণ, ৰজা, প্ৰজা, গঞা, ভাৰ্য্যা, পুত্ৰ, যম, কাল, মায়া, মৃত্যু, পাপ, পুণ্য, এই বাৰটা বস্তুৰ বাজ ৰাখিব নোৱাৰে হৰিভক্তিৰ বলে। আৰু কুলালি, বিদ্যালি, যৌবনালি, ধনালি, এই চাৰি গড় ভাঙ্গি ভকতে ষাণ্ঢ ভক্তি শহ খায়, ৰাখিব নোৱাৰে। গ অন্বয় সত্য গুণ, ঢ় শব্দে ধৰ্ম্ম, অ-কাৰ আচৰণ। আলি ভঙ্গা, পুখুৰী ভঙ্গা, য'ত বুৰ দিয়া ততে গঙ্গা।

দ্বিতীয়, আৰু গেলা যে বুলিলোঁ ইয়াৰ কাৰণ, গ শব্দে গুৰু দৃঢ় পৰমতত্ত্ব অভয়দান দি। গু শব্দে অবিদ্যাৰ পঞ্চপৰ্ব্বা বিনাশী, ৰু ৰিপু সংসাৰ গুচাই শুকাই পম্পদ বৈকুণ্ঠ দিলে। অ-কাৰে জন্ম মৃত্যু নিবাৰি লয় শৰীৰৰ ছয় শত্ৰু নাশকৈ পৰমাত্মাত অভয় ব্ৰহ্মত শুদ্ধ ব্ৰহ্মক লয় কৰিলে। এতেকে গেলা বুলিলোঁ।

তৃতীয়, গুৰুজনৰ প্ৰয়াণত নেযাবৰ অভিপ্ৰায়. যি কালত অনুগ্ৰহ কৰিলে, যিৰূপ নাম চিন্তনত আছোঁ সেয়ে শেষা কালত বীভৎস শৰীৰ দেখি লৰিব। আৰু সাধ্য পালে সাধনত নাহি কিছু প্ৰয়োজন, থাকে ব্ৰহ্মায়েৰে একে হৈ। আৰু কিবা বলে নোৱাৰা ভাৰকে দিয়ে, বব, সব, এৰিব, ধৰিব নোৱাৰিম। আৰু বিদূৰৰ চিন্তন. মৰ সমীপৰ জড়, এতেকে নগলোঁ।

চতুৰ্থ, মোৰ পৰম গুৰুৱে দি গৈছে উত্তৰাৰ উপদেশত, "একে কাক মাংস, সিও এৰা কুকুৰৰ, তাকো অলপ দেখা সিও নুহিকে বিস্তৰ।" এতেকে স্ত্ৰীৰ এৰা শেষ. স্ত্ৰীও মায়া. ধনো মায়া। তাৰে লগাই কি ভকতি কৰিম? উত্তম উশৃত শ্ৰেষ্ঠ বস্তুত ছাৰ দ্ৰব্য লগাইনে? এতেকে নলগালেঁ।

সামৰণিত হৰিহৰ আতাই কলে. "এইৰূপে কৰাগৈ, যোৱাগৈ।" হিৰাবাৰীত তিনি মাহ থাকি গুচি গ'ল।

**খলামৰা বাৰীত**—তাৰপৰা গৈ আতা খলামৰা বাৰীত বহা বান্ধি থাকিল। আতাৰ গুণ শীল মহিমা দেখি খৰতীয়া গাৱঁৰ মানুহে গুৰুবোধে সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

এনেতে শঙ্কৰদেৱৰ নাতি চতুৰ্ভুজ সৰুঠাকুৰদেৱ জগন্নাথ দৰ্শন কৰি মধুপুৰত ৰৈ বাৰ-ষোলজন লোকৰে সৈতে হৰিহৰ আতাৰ ঠাইলৈ গল পৰমাৰ্থতত্ত্ব আশা কৰি। ঢাৰি-কঠত তেওঁলোকে জাপী-লাঠি কাপোৰ-কানি সামৰি থলে। আতাৰ অনাদৰ, বোলে, কিয় অহা গ'ল? পৰমতত্ত্ব জানিবৰ কাৰণে আহিছোঁ বুলি তেওঁলোকে কলে।

আতাই কলে,—“তোমালোক মোৰ গুৰু বিজয়শঙ্কৰৰ নাতি, তোমালোকে ঠোকা তামোল, ঠোকা কল, গুছি পাণ খাই জুতি পোৱা লোক, দোণেৰে খোৱা মুখত টেমি মূৰৰ এখিলা এবিৰাত কি সুখ পাবা ? একেষাৰ কথাত কি তৃপিতি সন্তোষ পাবা ? আমি ক্ষুদ্ৰ ভিক্ষুক, মগনীয়া হৈ ভিক্ষা কৰি ফুৰোঁ। জান-জুৰিয়ে সাগৰ বুৰাব পাৰেনে ? দধিসাগৰ চকুৰ গাখীৰে জোৰেনে ? চন্দ্ৰ-সূৰ্য্যক দীপে পোহৰায়নে ? বাড়ব-অগ্নিক ফিৰিঙ্গতিয়ে প্ৰকাশ কৰেনে ? তোমালোক অনন্ত ফণাত গজিছা, ভূঁইথোৰাৰ ঠাল ঠেঙ্গুলি কি আটে ?” এইবুলি সম্বোধন কৰি পঠালে বাক্যৰে সন্তোষ লগাই।

সৰুঠাকুৰদের চতুৰ্ভুজে অসন্তোষ মনেৰে নিশা শুই স্বপ্ন দেখিলে, মহাপুৰুষ শঙ্কৰদেৱে বোলে,—“হৰিহে হৰ, অনন্ত শক্তি, তোমালোকে ৰাজসিক ভাবেৰে ধুন মাৰিহে ভক্তি বিচাৰি গৈছিলা।” আতায়ো স্বপ্ন দেখিলে, মহাপুৰুষে বোলে,—“মোৰ চতুৰাত যে পৰমাৰ্থ নথৱ নকৱ কাতনো কৰি ? যাৰ ধান তাকে গুটি মুঠি কৰাঁ ! ৰাম অৱতাৰে চাৰি পূৰ্ণ, কৃষ্ণ অৱতাৰে বলোভদ্ৰ প্ৰত্যুম্ন অনিৰুদ্ধ। ইয়াতো আমি বৰাপো, পুৰুষোত্তম, চতুৰ্ভুজ, আৰু তোমালোক সুথান পাত্ৰৰে ৰাজ-দোকান পাতিছোঁ।” এইবুলি মহাপুৰুষ অন্তৰ্দ্ধান হল।

আতাই দুখ মনেৰে বাটলৈ চাই আছে। চতুৰ্ভুজ ঠাকুৰে প্ৰাতকৃত্য শৌচ শুদ্ধি স্নান গুৰুসেৱা কৰি গাইদোৱা নাৰায়ণ আতৈক লৈ হৰিহৰ আতাৰ ওচৰলৈ গ’ল। আতাই আগবাঢ়ি

গৈ আদৰে আনি বহাই শ্ৰীমন্ত শঙ্কৰদেৱৰ স্বপ্নাজ্ঞাৰ কথা কলে। সৰুঠাকুৰেও স্বপ্নৰ কথা কলে। আতাই ক্ষমা প্ৰাৰ্থনা কৰি পৰমতত্ত্ব বস্তু কীৰ্ত্তন কৰিলে, কলহৰ মুখে যেন অমৃত বলে। সৰুঠাকুৰে লগৰীয়া সকলৰে বীৰ্য্যভূম ঔষধ পান কৰি আহিল। খলামৰা বাৰীত চাৰি মাহ থাকি আতাই চাৰিটা বস্তু লগত লৈ গুচি গ'ল।

**হৰিহৰ আতাৰ তিৰোধান**—খলামৰা বাৰী এৰি আতাই গৈ এখনি ডাঙ্গৰ পথাৰত আঁহত গছৰ তলত থাকিল। চকুৰে দেখালৈকে মুকলি, উত্তৰে হৰা, দক্ষিণে জৰা, পূবে হকমীয়া, পছিমে বিহবৰি, এই চাৰিখন গাওঁ। চাৰি গাৱঁৰ লৰাই গৰু চৰাই সেই আঁহতৰ তলত জিৰায়। আতাক দেখি গৰখীয়া লৰাই পিচদিনা খেৰ-বাঁহ নি বহা এটা সাজি দিলে।

সিহঁতে আতাক বতৰৰ বস্তু নি দিবলৈ ধৰিলে,—আম, কঠাল, টেঙ্গা, জৰা, লেতেকু, পনিয়ল, কল, কুঁহিয়াৰ, চাউল, মাহ। আতাই ধুই কাটি গোসাঁইক দি নাম লগায়, লৰাবোৰে গোটেই দিনটো বেৰি-বেৰি নাম গায়। চাৰি দণ্ড যোৱাত বোলে —"লৰাহঁত, যাৰ নাম তালৈ যক।" লৰাহঁতে বোলে,— "আতা, যক, যক।" আতাই মাহ চাউল বিলাই দিয়ে। লৰাহঁতে খাই ঘৰাঘৰি যায়। আতাই লৰাহঁতে দিয়া দুগ্ধ মাহ-প্ৰসাদ খাই থাকিল ছমাহ, অন্ন ভোজন নহল। আতাই হৰি কথা কয়, লৰাবোৰে কাণ পাতি শুনে। কিছুমান লৰাই ঘৰ-বাৰী ভাত এৰি নিশাও আতাৰ লগত থাকে হৰি গুণ গাই।

আঘোণ মাহত এদিনাখন আতাই লৰাহঁতক পিচদিনা চাৰিখনমান কোৰ আনিবলৈ কলে। আনিলত বাৰ হাত মান দ কূঁৱা এটা কৰিবলৈ কলে। লৰাহঁতে সেইমতে একেদিনে দহ-বাৰ হাতমান দ কূঁৱা এটা কৰিলে। আতাই কলে,—"এতিয়া তহঁত ঘৰাঘৰি যাহঁক। কাইলৈ মাহ চাউল উপাধি সৰহকৈ আনিবি।"

লৰাহঁতে সেইৰূপে আনিলে। আতাই মাহ প্ৰসাদ ধুই দিনটো নাম গাই চাৰিদণ্ড পৰত হৰিধ্বনি কৰি বোলে,—"যাৰ নাম তালৈ যক।" লৰাহঁতে বোলে,—"বাৰু, যক।" তাৰ পাচত মাহ প্ৰসাদ বিলাই দিলে, সকলোৱে খালে।

ইয়াৰ পাচত আতাই উৰাল, উৰালবাৰি, তুৰাৰ, মেকুৰী, এই চাৰিটা বস্তু লৈ নাদৰ পাৰত বহি যোগ ধাৰণা কৰিবলৈ ধৰিলে, আৰু আপোনাৰ আত্মা পৰমাত্মাত থাপিলে। বোলে,—"লৰাহঁত, মই আজি গাঁততে থাকোঁ, তহঁতে সমানকৈ মাটি দি যাবি।" পাচে আতা গাঁতত সোমাল, লৰাহঁতে মাটি দি পুতি দিহাদিহি গ'ল।

গধূলি ঘৰলৈ গৈ গৰখীয়া লৰাবোৰে গৰু বান্ধি জুৰত জুহালৰ গুৰিত বহি বাপেক-মাকক আতাৰ বৃত্তান্ত কলে। শুনি অত্ৰাহি হৈ চাৰিও গাৱঁৰ মানুহ চাপি বোলে,—"এইবাৰ মৰিলোঁ, ভকত বধ হ'ল, ৰজায়ো দণ্ডিব! দুষ্ট লৰাই মাৰিলে!"

এই বুলি গঞা ৰাইজে কূঁৱা খানি চাই দেখে তাত একো নাই! আশ্চৰ্য্য অদ্ভুত হৈ ৰাইজে বোলে,—মনুষ্য নহয়,

সাক্ষাত ঈশ্বৰ, ছদ্মকৈ নৰৰ ভাও দেখাই আছিল। তেও আমি নেজানিলোঁ নভজিলোঁ, দুৰ্ভগীয়া পাপী আমি! লৰাইঁতহে মহা ভাগ্যৱন্ত, ধন্য, আতাক সেৱা ধৰিলে কৰিলে, ইহঁতৰ জন্ম সাফল হল।"

এইবুলি দুখ মনেৰে গঞা মানুহ ঘৰাঘৰি গ'ল।

**সামৰণি**—জীৱন মৃত্যুময়, কাল-পৰবশে হৰিহৰ আতাৰ জীৱনলীলাৰ অৱসান হ'ল। কিন্তু তেওঁৰ গুণ-গৰিমাৰ ধ্বনি-প্ৰতিধ্বনি পৃথিবীত বৈ গ'ল চিৰকাললৈ। গুৰুৰ প্ৰতি তেওঁৰ অচলা ভক্তি আছিল, গুৰুৰ বচন তেওঁ কায়মনোবাক্যে পালন কৰিছিল, আৰু গুৰুৰ সঙ্গ এৰি আহিও তেওঁ ভাবিছিল যে গুৰুজন তেওঁৰ ওচৰতে নিত্য-বিদ্যমান। কোনো মানুহক শৰণ দিয়াৰ অৰ্থ হৈছে সেই মানুহজনৰ আধ্যাত্মিক কল্যাণৰ ভাৰ শৰণদাতা গুৰুৱে গ্ৰহণ কৰিছে। এই ভাৰ অতি গধুৰ বুলি আতাৰ ধাৰণা আছিল, সেইদেখি গাৱঁৰ মানুহে তেওঁৰ ওচৰলৈ শৰণ-ভজন বিচাৰি আহিলে তেওঁ মহাপুৰুষ মাধৱদেৱৰ তালৈ যাবলৈ কৈছিল। হৰিহৰ আতাৰ পৰমাৰ্থ জ্ঞানো প্ৰগাঢ় আছিল। ধৰ্ম্মতত্ত্ব ব্যাখ্যা কৰোঁতে তেওঁৰ মুখৰ পৰা কথা অমৃত বৰষাদি বৰষিছিল। কিন্তু অপাত্ৰক তেওঁ তত্বজ্ঞান নিবিলাইছিল। জ্ঞান বিচৰা মানুহজনৰ ভক্তিনিষ্ঠ চিত্তবৃত্তিৰ প্ৰমাণ পালেহে আতাই তেওঁক গূঢ় ৰহস্য ব্যাখ্যা কৰিছিল। সাধাৰণ মানুহে আনৰ ত্ৰুটি-অপৰাধ দেখিলে তাক এৰা-ধৰা

কৰে ; কিন্তু হৰিহৰ আতাই সদায় আদৰ্শৰ গৌৰব ৰক্ষা কৰিছিল ; আৰু সামান্য সদাচাৰ-লঙ্ঘনো তেওঁ মাৰ্জ্জনা নকৰিছিল। এনেকি, হৰিনাম কীৰ্ত্তনত অলপ কেণা লাগিলেই তেওঁ বিতুষ্ট হৈছিল। বাহিৰত একাচেকা বজ্রসম কঠোৰ ; কিন্তু অন্তৰি তেওঁ কুসুমপাহিৰ দৰে কোমল আছিল। মহাপুৰুষ মাধৱদেৱে হৰিহৰ আতাৰ প্ৰকৃত মাহাত্ম্য হৃদয়ঙ্গম কৰিছিল ; সেইদেখি আতাৰ প্ৰতি গুৰুজনৰ স্নেহ আৰু শ্ৰদ্ধা অপৰিসীম আছিল। সমসাময়িক ভক্তবৃন্দ আৰু অন্য ৰাইজে আতাৰ গুণ জ্ঞানত মুগ্ধ হৈ তেওঁক বিশেষভাৱে সেৱা-সম্মান কৰিছিল। আমাৰ বিশ্বাস, ভবিষ্যতলৈকো হৰিহৰ আতাৰ সুপবিত্ৰ চৰিত্ৰ আৰু আদৰ্শই মানৱ সমাজক অনুপ্ৰেৰণা যোগাই থাকিব।

**ইতি "হৰিহৰ আতা" সমাপ্ত**

---

# পাচকথা

(১) হৰিহৰ আতাই মধুপুৰ থান এৰি যোৱাৰ সময়ত মহাপুৰুষ মাধৱদেৱে দুটি গীত ৰচনা কৰিছিল, তাৰে সম্পূৰ্ণ পাঠ তলত দিয়া হ'ল—

**প্ৰথম গীত। ৰাগ বসন্ত ॥**

ধ্ৰুং ॥ হৰি হেৰৱে বাপ, পশিলোঁ শৰণে।
নেৰিবা বান্ধৱ মোক জীৱনে মৰণে ॥

পদ ॥ সনক সনন্দ যোগী যাহাকু ধিয়ায়।
সকলে নিগমে যাক বিচাৰি নাপায় ॥
সহস্ৰ বয়নে যাৰ নপয়ান্ত সীমা।
অধমে জানিবো কেনে তোহ্মাৰ মহিমা ॥
আতুৰ ভৈলোহোঁ বৰ বিষয় বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥
তোহ্মাৰ চৰণ দুই মোৰ মহা ধন।
ভকত জনৰ নিজ তুমিসে জীৱন ॥
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ।
কাতৰ কৰিয়া লৈলোঁ শৰণ তোমাৰ ॥
কৃপা কৰা নাৰায়ণ ছোড় মোহ পাশ।
কহয় মাধৱ হৰিদাসকু দাস ॥

**দ্বিতীয় গীত। ৰাগ—ভাটিয়ালী ॥**

ধ্ৰুং ॥ মোৰ পতিত-পাৱান প্ৰভু, হৰি হেৰৱে,
বাপ, কিনা গতি হইল, হামাৰে।
দুৰ্ল্লভ লভিয়া পুনু ভাৰতে মানবী তনু,
নাম লইতে নাপাৰোঁ তোমাৰে ॥

পদ ॥ স্থাবৰ জঙ্গম যত কীট পশু পতঙ্গত
জনমিলোঁ কত নাই সীমা ।
চতুৰাশী নৰকত পাইলো দুখ নানামত
নজানিয়া তোমাৰ মহিমা ॥
জানো ভৈল তুৱা দায়া তাতেসে মানৱী কায়া
পাইলো তাৰে বিড়ম্বিল বিধি ।
কিনো মই বুদ্ধিনাশা বিষয় কাচেৰ আশা,
হাততে হৰাইলো নৱনিধি ॥
কিনো ভৈলো বিয়ামোহ আচৰিলো তুৱা দ্ৰোহ
ইসে মোৰ পাইল বৰ দুখে ।
তুৱা ভকতৰ পদ ৰেণু সেৱা নকৰিলো
তুৱা নাম নলৈলোহে মুখে ॥
বয়স গোঁৱাইলো হেলে তুৱা ভকতৰ মেলে
তুৱা কথা নুশুনিলো কাণে ।
ওহি অপৰাধে জানো নিয়া মোৰে যমৰায়
বৰ ৰাগে মাৰিবে পৰাণে ॥
গুণিতে গুণিতে চিত্ত, কৰিতে নাপাৰো থিত
কিনো গতি হইবেক মৰণে ।
তুৱা ভকতৰ বাণী শুনি মনে অনুমানি
তুৱা পদে পশিলোঁ শৰণে ॥
কৰা কৃপা কৃপাময় সদায়ে যিমতে ৰয়
তুৱা নাম সন্তেৰ সঙ্গতি ।
নকৰিয়ো মোৰে নাশ ভৈলোহে দাসেৰ দাস
কহয় মাধৱ মূঢ়মতি ॥

এই দুটি গীতৰ পাঠ স্বৰ্গীয় হৰিণাৰায়ণ দত্ত-বৰুৱা সম্পাদিত আৰু প্ৰকাশিত "বৰগীত আৰু ভটিমা গুণমালাৰ" পৰা লোৱা হৈছে, তৃতীয় তাঙৰণ, ইং ১৯৫৮, পিঠি ৩৩ আৰু ১৭।

(২) স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ" গ্ৰন্থত, হৰিহৰ আতাৰ চৰিত সংক্ষেপকৈ দিয়া আছে, পিঠি ২৩৮—২৩৯, ৩০৭—৩০৯, ৩৭০—৩৭২। খটৰা সত্ৰৰ অধিকাৰ স্বৰ্গীয় পুৱাৰাম মহন্ত ডাঙৰীয়াই সংকলন কৰা এখন গুৰুচৰিত "বাহীৰ" দ্বিতীয়, তৃতীয়, চতুৰ্থ আৰু পঞ্চম বছৰত ধাৰাবাহিকৰূপে প্ৰকাশিত হৈছিল। এইখন চৰিত্ৰ পুথিক সাধাৰণতে "বৰদোৱা চৰিত" বোলা হয়। ইয়াতো হৰিহৰ আতাৰ বিষয়ে কিছু কথা পোৱা যায়, "বাঁহী" পঞ্চম বছৰ, পিঠি ৫৯৭, ৬০০—৬০১। মূল কথাখিনি কথা-গুৰুচৰিতৰ লগত মিল থাকিলেও, বেজবৰুৱা আৰু মহন্তৰ বৰ্ণনাৰে মিলাই চালে অলপ-অচৰপ পাৰ্থক্য দেখা পোৱা যায়।

(৩) বেজবৰুৱাৰ মতে, হৰিহৰ আতাৰ ঘৰ আছিল উজনিৰ নাজিৰাত, কথা-গুৰুচৰিত মতে মূঢ়াভঙ্গা ফুকনহাটত। বিশ্বনাথৰ পৰা আহি সুন্দৰীত মহাপুৰুষ মাধৱদেৱক লগ পাবলৈ যাওঁতে হৰিহৰ আতাৰ লগৰীয়া আছিল দেৱগোপাল, আদহলীয়া যদুমণি আৰু লাইঅঠীয়া শ্ৰীহৰি। বেজবৰুৱাৰ মতে, হাজোতে মাধৱ গোসাঁইৰ মূৰ্ত্তি দৰ্শন কৰিবৰ মনেৰে লগৰ তিনি জনা তাত সোমাল। হৰিহৰ আতাই কলে,—"এই জড় মাধৱত মোৰ সকাম নাই, সুন্দৰীৰ চৈতন্য মাধৱতহে মোৰ কাৰ্য্য।" বেজবৰুৱাৰ মতে, হৰিহৰ আতাই বিয়া কৰোৱা কন্যা গৰাকী আছিল কানাই সতৰীয়াৰ জীয়েক। কথা-গুৰুচৰিত মতে, হৰিহৰ আতাই বিয়া কৰোৱাৰ পূৰ্ব্বে আইধায়ে কৈছিল, "হৰিহৰ আতাই গুৰুবাক্য মানি বিবাহ কৰিবলৈ ওলাইছে। আনক মায়াই

নচায়, আতাই মায়াক নচাব।” বেজবৰুৱাৰ গ্ৰন্থত আছে,— “হৰিহৰ আতাই শোৱাচাঙ্গতে বহি তাতে চপৰিয়াই বাদ্য বজাই তেওঁৰ ভাৰ্য্যাক নাচিবলৈ কৈ নচুৱায়। এই কথা ভু পাই সেৱকসকলে মাধৱদেৱক জনালত গুৰুজনে কলে, “হৰিহৰে মায়াক নচুৱায়। গুণৱতী মায়াই সকলোকে নচুৱায়, সেই মায়াক হৰিহৰে নচুৱাব লাগিছে।” হৰিহৰ আতাই নতুন ঘৰ-বাৰী নতুন ভাৰ্য্যাক এৰি যোৱা শুনি গুৰুজনে কলে,—“যেয়ে-সেয়ে হৰিহৰৰ নিচিনাকৈ নৱ নাৰী নৱ বাৰী এৰিব নোৱাৰে।”

(৪) বৰদোৱা চৰিত মতে,—ভাটীৰ কেশ পাঠকে পুথি পাঠ কৰোঁতে হৰিহৰ আতাই অশুদ্ধ ধৰাত গুৰুজনে পাচশাৰীত বহিবলৈ আদেশ কৰিলে, তাৰ পাচত পিৰালিত, তাৰ পাচত খলাত, তাৰ পাচত হাটীত। অৱশেষত গুৰুজনে তেওঁক আঁতৰ হৈ যাবলৈ কলে। চেপেটী বিল পাৰ হওঁতে ভাটৌকুচীয়া আতাক হৰিহৰ আতাই নাও বাই লৈ গৈছিল। ভাটোকুচীয়া আতাক হৰিহৰ আতাই কলে,— —“গলাৰ আগত কবা মোৰ চৰণ দুখানি নেৰিব।” এই কথা শুনি মাধৱদেৱৰ দুই-ধাৰে চকুৰ লোতক বৈ গ’ল। মাধৱদেৱে সকলো ভকতক কৈছিল,—“যিজনে ন-নাৰী ন-বাৰী এৰিব পাৰিব সেইজনেহে ধৰ্ম্ম ধৰিব পাৰিব।” হৰিহৰ আতাই এই কথা শিৰপাতি লৈছিল। কিন্তু, ভাৰ্য্যাক তিনটা কথাৰ নিমিত্তে পৰিত্যাগ কৰিলে।

(৫) হৰিহৰ আতাই বেহাৰত মেজেটীয়া বা মেজেটীমাৰা সত্ৰ স্থাপন কৰিছিল বুলি উল্লেখ আছে, শ্ৰীতীৰ্থনাথ গোস্বামীৰ “বৈষ্ণৱ কীৰ্ত্তন, ষষ্ঠ তাঙ্গৰণ, পিঠি ১০১ ; স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ “মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ”, পিঠি ৩৭৮ ; স্বৰ্গীয় পুৱাৰাম মহন্তৰ

চিঠি, বাঁহী, পঞ্চম বছৰ, পিঠি ১৪৮। মেজেংটীমাৰা সত্ৰৰ বৰ্ত্তমান অৱস্থা কি তাক জানিব পৰা নগ'ল।

(৬) বেজবৰুৱাৰ মতে, ১৫৪১ শকৰ পুহৰ কৃষ্ণা চতুৰ্দ্দশীৰ দিনা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ নাতি পুৰুষোত্তম বৰঠাকুৰদেৱ বৈকুণ্ঠী হয়। তাৰ পাচত, চতুৰ্ভুজ সৰুঠাকুৰদেৱে জ্যেষ্ঠৰ অস্থি গঙ্গালৈ নিওঁতে কাকতকুটা আৰু মধুপুৰ সত্ৰত কিছুদিন থাকে। তাত থাকোঁতে হৰিহৰ আতাৰ পৰা ভক্তিতত্বৰ কথা লাভ কৰে। ইয়াৰপৰা ধৰিব পাৰি হৰিহৰ আতা ১৫৪১ শকৰ পাচলৈকে জীৱিত আছিল। ১৫১৮ শকত মাধৱদেৱ মহাপুৰুষ বৈকুণ্ঠগামী হয়।

(৭) হৰিহৰ আতাৰ তিৰোভাৱৰ তিথি বহাগৰ শুক্লা দ্বিতীয়াৰ দিনা পৰে বুলি ডাইৰেক্টৰী পঞ্জিকাত উল্লেখ আছে। সেইমতে ১৮৮২ শকত সেই তিথি ১৪ বহাগত পৰে, ইংৰাজী ২৭ এপ্ৰিল ১৯৬০ চন, বুধবাৰ।

(৮) হৰিহৰ আতাৰ ককায়েক হৰিবৰ দলৈৰ দৰে চণ্ডীবৰ দৈবজ্ঞয়ো ৰজাই মনত ভৱা কথা হুবহু কব পাৰিছিল। ৰজাই বোলে, —"ইয়াৰ হাতত পলাই থাকিবৰ উপায় নাই। যদি কৰ্ম্মফলে শত্ৰুত পলাওঁ ইয়ে ধৰি দিব পাৰিব। ইয়াক কাটিলোহেঁতে, পণ্ডিতক নাকাটো। মোৰ ৰাজ্যলৈ নাহে হেনকৈ খেদ।" ৰাজ্য চৰাই খেদিলে চণ্ডীবৰ দৈবজ্ঞক। আগছোৱাত বৰ্ণিত ঘটনাৰ অনুমানে চণ্ডীবৰক খেদোৱা হয় খোৰাৰজাৰ পুত্ৰ মহাৰাজ প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত। ১৫৪৯ শকত দেৰগাওঁত মহাদেৱৰ দ'ল বান্ধি প্ৰতাপসিংহ স্বৰ্গদেৱে আদেশ দিছিল,—"মোৰ দ'লৰ ওপৰে যেতিয়া উঠে একাচেকা গণকৰ পুতেকে উঠিব, আনে নুঠিব।"—দেওধাই অসম বুৰঞ্জী, জ্যোতিষীয়া দৈবজ্ঞৰ ৰজাঘৰীয়া বাব, ছেদ ২৮৭-২৮৮।

(৯) গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত গুৱাহটীয়া ফুকনবোৰে দ্ৰোহ আচৰিলত স্বৰ্গদেৱে অভয় দি তেওঁলোকক মাতি পঠিয়ালে। দৈবজ্ঞক সোধাত অৰ্জ্জুন দলৈয়ে মৃতপক্ষ হৈছে বুলি ফুকনসকলক যাবলৈ বাধা কৰিলে, কানু দলৈয়েও তাতে ভৰ দিলে। ফুকনইঁতক ইহঁতে বুদ্ধি দি বেয়া কৰে বুলি অৰ্জ্জুন আৰু কানুক ধৰিবলৈ স্বৰ্গদেৱে মানুহ পঠিয়ালে, দুয়োজন দৈবজ্ঞ পলাল। স্বৰ্গদেৱে গুৱাহাটীয়া দৈৱজ্ঞবোৰক লোৱা লগাই বন্দী কৰিলে, বোলে, ইহঁতৰ লগৰ দৈবজ্ঞক ধৰি দিয়ক, নহলে কাটিম। অৰ্জ্জুনক সলাল ফাটত পাই ধৰি আনিলে, কানু চাৰিদুৱাৰৰ ভোটৰ গাৰঁত সোমাল। ম'ৰাদলৈয়ে দহ টকা সোণ ভেটি খাই ভাত খুৱাওঁ বুলি লগা হৈ নি অৰ্জ্জুনক পলুৱালে। বৰচ'ৰাত মৰাদলৈয়ে ডিঙ্গিত কাপোৰ বান্ধি দণ্ডৱতে পৰি স্বৰ্গদেৱৰ আগত নিজৰ দোষ স্বীকাৰ কৰিলে। স্বৰ্গদেৱে ইতিপূৰ্ব্বে ম'ৰাদলৈক এশ বছৰ পৰমায়ু দিছিল, তেতিয়া তেওঁৰ বয়স চাৰিকুৰি বছৰ। সেইদেখি স্বৰ্গদেৱে ম'ৰাদলৈক নাকাটি-নামাৰি এৰিলে।— দেওধাই অসম বুৰঞ্জী, ছেদ ২৯৩-২৯৭।

(১০) কথা-গুৰুচৰিত মতে, হৰিহৰ আতাৰ পূৰ্ব্বপুৰুষ ম'ৰাদলৈৰ আদিম বাসস্থান মূঢ়াভঙ্গা ফুকনহাট। উত্তৰ লক্ষীমপুৰ অঞ্চলৰ পানীগাঁৱৰ সমীপবৰ্ত্তী এই দুখন ঠাই প্ৰাচীন কালৰে পৰা প্ৰসিদ্ধ। এই দুই ঠাইৰ বিষয়ে ডাক্তাৰ জে-পি ওৱেইডে কিছু বিবৰণ লিখি থৈ গৈছে। সোৱণশিৰি বা লুইতৰ পাৰত থকা ফুকনহাট দীঘলে এদিনৰ বাট, আৰু বহলে দুই প্ৰহৰৰ বাট। কোনোবা এজন ফুকনে ইয়াত পতা ডাঙ্গৰ হাট এখন লুইতৰ পাৰত আছে। তাত লোণ, মাহ, ধান, মুগা আদি বস্তু বেচা-কিনা হয়, আৰু ইয়াৰ পৰা ৰজাঘৰৰ কাটল হিচাবে বছৰি ওঠৰ হেজাৰ টকা উৎপন্ন হয়। মূঢ়াভঙ্গা দীঘলে চাৰি ক্ৰোশ আৰু বহলে দুই ক্ৰোশ।

ইয়াত কামাখ্যা গোসাঁ . । মন্দিৰ আছে, আৰু তাত দু-শ জন সেৱায়েতে পৰিচৰ্য্যা কৰে।—"অসমৰ ভৌগোলিক বিৱৰণ", সম্পাদক, শ্ৰীবেনুধৰ শৰ্ম্মা, "অসমৰ বিৱৰণ" শীৰ্ষক গ্ৰন্থৰ পৰিশিষ্ট, ১৯২৭ ; আৰু সম্পাদক শ্ৰীসূৰ্য্যকুমাৰ ভূঞা, আসাম ৰিভিউ, শিলচৰ ; ফেব্ৰুয়াৰী ১৯২৯।

(১১) কথা-গুৰুচৰিতত, হৰিহৰ আতাই বাস কৰা ঠাইবোৰৰ নাম এইদৰে আছে— মধুপুৰ থান এৰি পোনতে চেপেটীমৰা বিলৰ পাৰত থকা সৰিয়হতলি গাওঁ, তাৰ পাচত জিকাপুলি ভিটা, মৰিচবাৰী ভিটা, জালুকবাৰী, চটাৰি, নাগৰখলা, মাধবপুৰ, মইনাবৰি, হাইঠাবাৰী, থুকুহাবাৰী, ধুৰিয়নিবাৰী, বেলাই থানাদাৰৰ বাৰী, মৰণাবাৰী, হিৰাবাৰী, খলামৰা বাৰী, আৰু শেহত হৰা, জৰা, হকমীয়া আৰু বিহবৰি এই চাৰি গাৱঁৰ মাজত থকা মুকলি পথাৰ।

ওপৰোক্ত খনচেৰেক গাৱঁৰ বিষয়ে শ্ৰীমান্ মহেশ্বৰ নেওগে জনাইছে,—"হৰিহৰ আতাৰ ভ্ৰাম্যমান জীৱনৰ লগত সংশ্লিষ্ট জিকাপুলি ( জিঙ্গাপুলি ), মৰিচাবাৰী, সৰিয়হতলি, জালুকবাৰী, চটাৰিভিটা, মইনাবৰি, হাইঠাবাৰী, মাধপুৰ ( হৰিপুৰ ) আদি কোচবেহাৰৰ ভিতৰত। মাধপুৰত ( তত হৰিপুৰ নামে জনাজাত ) এতিয়াও হৰিহৰ আতাৰ ( সি সকলে হৰি আতা বুলি সোঁৱৰে ) পদশিলা আৰু কীৰ্ত্তন-ঘৰ এটি কোনোমতে আছে। হৰিপুৰৰ মহাপুৰুষীয়া ৰাইজে থানখনিৰ উন্নয়নৰ যত্ন কৰি আছে। আনবোৰ থান মুমুৰ্ষু বা মৃত অৱস্থাত।"

---

(খ) স্বৰ্গীয় হৰিনাৰায়ণ দত্ত-বৰুৱা স্থাপিত দত্ত-বৰুৱা এণ্ড কোম্পাণীৰ দ্বাৰা প্ৰকাশিত ঃ—

১। কথা-গুৰুচৰিত। শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত। বেচ ৭৷৷০।

২। গুৰুচৰিত। ৰামচৰণ ঠাকুৰ ৰচিত। মূল্য সাত টকা।

৩। শ্ৰীগুৰুচৰিত। ৰামানন্দ দ্বিজ ৰচিত। মূল্য চাৰি টকা।

৪। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ চৰিত। দৈত্যাৰি ঠাকুৰ ৰচিত। মূল্য চাৰি টকা।

৫। সচিত্ৰ সপ্তকাণ্ড ৰামায়ণ। মূল্য দহ টকা।

৬। সচিত্ৰ অষ্টাদশ পৰ্ব্ব মহাভাৰত। মূল্য ২৫৲।

৭। সচিত্ৰ শ্ৰীমদ্‌ভাগৱত গীতা। মূল্য তিনি টকা।

৮। শ্ৰীমদ্‌ভাগৱত। মূল্য পোন্ধৰ টকা।

৯। চিত্ৰ ভাগৱত। মূল্য ৩৫৲।

১০। দশম, আদি ছোৱা। মহাপুৰুষ শঙ্কৰদেৱ ৰচিত। মূল্য ৪৲।

১১। শ্ৰীশঙ্কৰ বাক্যামৃত। মূল্য পোন্ধৰ টকা।

১২। বৰগীত, গুণমালা ভটিমা। মূল্য তিনিটকা।

১৩। কীৰ্ত্তন আৰু নামঘোষা। মূল্য ছটকা।

১৪। ভক্তি-ৰত্নাৱলী। মহাপুৰুষ মাধৱদেৱ ৰচিত। মূল্য ৪৲ টকা।

১৫। ভক্তি-প্ৰেমাৱলী। নৰোত্তম ঠাকুৰ ৰচিত। মূল্য ২।০।

১৬। ৰাজসূয় কাব্য। মাধৱদেৱ ৰচিত। মূল্য ২৷৷০

১৭। ৰুক্মিণী হৰণ কাব্য। শঙ্কৰদেৱ ৰচিত। মূল্য ২৷৷০

১৮। মনসা কাব্য। শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা আৰু শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা সম্পাদিত। মূল্য চাৰি টকা।

সম্পূৰ্ণ তালিকাৰ কাৰণে আমালৈ লিখক।

শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত-বৰুৱা
লয়াৰ্চ বুক ষ্টল,
পানবজাৰ, গুৱাহাটী, অসম।